# বিষ্ণু ৰাভাৰ সংগ্ৰামী আত্মা



শ্ৰীদেৱেন্দ্ৰনাথ বৰা
(এম. এ., এম. কম., এল. এল. বি. এ. বি. এছ)



বাণীমন্দিৰ
ডিব্ৰুগড় : গুৱাহাটী

# অৰ্পণ

অসাধাৰণ বিপ্লৱী শিল্পী, মহান ব্যক্তিত্ব, আৰু আড়ম্বৰহীন সৰলতাপূৰ্ণ জীৱন যাপন কৰা কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ নামটো মনলৈ আহিলেই, এটি অদ্ভূত শিহৰণ জাগি উঠে। সেই মণিষীজনাই থকা, খোৱা আৰু পিন্ধাৰ মৌলিক প্ৰয়োজনৰ ভিত্তিত মাৰ্ক্স-লেনিনৰ সাম্যবাদ, মহাত্মাগান্ধী, শ্ৰীমন্ত শঙ্কৰদেৱৰ সাম্যবাদী দৰ্শন আদিক বুনিয়াদ হিচাপেলৈ, বিশ্বৰ সংগ্ৰামী জনগণৰ বাবে ওৰে জীৱন সংগ্ৰাম কৰি জীৱন নাটৰ সকৰুণ সমাপ্তি ঘটালে। অথচ সেই নমস্য মণিষীজনাৰ পুত্ৰ, পৰিবাৰে থকা, খোৱা আৰু পিন্ধাৰ কাৰণেই সংগ্ৰামৰ মাজেদি দিন কটাবলগীয়া হ'ল আহি আৰু আদৰ্শৰ সামঞ্জস্য ৰক্ষা কৰি। তেওঁলোকে বিচৰা নাই প্ৰতিদান, বিচৰা নাই অনুগ্ৰহ, আৰু নাই অকণো আক্ষেপ। সেই বিপ্লৱী শিল্পীজনাৰ সান্নিধ্য লাভ কৰিছিল বাবেই, তেখেতৰ সংগ্ৰামী জীৱনৰ আভা হিচাপে চমু জীৱনালেক্ষত যুগুতাই, তেখেতৰে সুযোগ্যা পত্নী শ্ৰীযুক্তা মোহিনী ৰাভা, সুযোগ্য পুত্ৰ শ্ৰীমান পৃথ্বিৰাজ ৰাভা, হেমৰাজ ৰাভা আৰু অনিন্দ্য সুন্দৰ ৰাভাৰ হাতত শ্ৰদ্ধাৰে অৰ্পণ কৰিলোঁ।

শ্ৰীদেবেন্দ্ৰ নাথ বৰা



শ্ৰীযুত দেৱেন্দ্ৰ নাথ বৰাদেৱে অতি কষ্টেৰে ৰচনা কৰা "বিষ্ণু ৰাভাৰ সংগ্ৰামী আত্মা"ৰ এই প্ৰচেষ্টা অতি শলাগিবলগীয়া। তেখেতৰ এনে প্ৰচেষ্টাই ভৱিষ্যতে আৰু উন্নতি লাভ কৰক এইয়ে তেখেতলৈ মোৰ শত সহস্ৰ আশীৰ্বাদ।

তেজপুৰ, কলিবাৰী
৩১.৭.৮২ চন।

শুভেচ্ছাৰে
শ্ৰীমতী মোহিনী ৰাভা

শ্ৰীযুক্ত দেবেন্দ্ৰনাথ বৰাদেৱে লিখা "বিষ্ণুৰাভাৰ সংগ্ৰামী আত্মাৰ পাণ্ডুলিপিখন পঢ়ি চাবলৈ দিয়াত, পঢ়িলো। কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ অ'ত ত'ত সিঁচৰিত হৈ থকা জীৱনৰ মূল্যবান কথাসমূহ একগোট খুৱাই এখন কিতাপ আকাৰে উলিয়াব খোজা প্ৰচেষ্টা নথৈ সুখৰ, আনন্দৰ, অসমৰ মাটিত, বতাহত। অসমীয়া ৰাইজৰ হিয়াৰ আমঠুত, আজিও জিলিকি থকা ৰাভাৰ ছবিয়ে এই লিখনিৰ প্ৰচেষ্টাক শলাগিব। ৰাভাদেৱৰ বহুতো মূল্যবান বিজ্ঞানসম্মত উক্তি এই কিতাপখনত প্ৰকাশ পোৱা অতি গুৰুত্বপূৰ্ণ দিশ।

শেষত তেখেতলৈ মোৰ হিয়াৰপৰা উজাৰি ওলোৱা শ্ৰদ্ধা, ভক্তি যাচিলোঁ। আৰু অসমীয়া ৰাইজক ভৱিষ্যতে তেখেতৰ লিখনিয়ে বহুত জানিব দিব, শিকিব দিব বুলি আশাৰে বাট চাই ৰলো।

ইতি

**পৃথ্বিৰাজ ৰাভা**

তেজপুৰ, ৩১।৭।৮২ চন।

আমাৰ ভাগ্য আৰু ভৱিষ্যত যি সকলৰ হাতত সেই অসমীয়া স্কুলীয়া ল'ৰা কলেজৰ অসমীয়া ছাত্ৰ আৰু অসমীয়া বেপাৰী সকলৰ প্ৰতি প্ৰত্যেক স্বদেশানুৰাগী অসমীয়াৰ অনুৰোধ হোৱা যুগুত যেন তেওঁলোকে কোনো স্বদেশীৰ লগত বিদেশী কিম্বা বঙালী ভাষাৰে কথা নকয়। অন্ততঃ অসমত এইবিলাক মানুহৰ লগত বিদেশী ভাষাৰে কথা কোৱা অসমীয়াৰ পক্ষে কেৱল দুৰ্বলতাৰ চিনহে। বিদেশী অসমলৈ আহে যেতিয়া সিহঁতে অসমীয়া ভাষা শিকি লোৱা উচিত। কিন্তু বিকৃত বিদেশী ভাষা শিকি বিদেশীৰ মনত সন্তোষ জন্মাবলৈ অসমীয়াই সাজু হৈ থকা হাঁহিয়াতৰ কথা।" (বৃহত্তৰ অসমৰ পৰিকল্পনা)

বিষ্ণুপ্ৰসাদ ৰাভা

"মোৰ চেনেহী অসমী আই
কাৰনো মাটিৰ সানি ধূলি
নাচোঁ বাগোঁ হাঁহি খেলি
ৰঙ্ উলাহত হালি জালি
মানৱ জীৱন পাই।
কোন দেশ নো ৰূপত চৰা
পাহাৰ ভৈয়াম সোন চেকুৰা
লুইতৰ চল থৰতৰা
বৈ যায় আগুৱাই।
কিহত বাৰু এই অসম
ৰূপতে নে গুণতে কম
বীৰ-বীৰঙ্গনাৰ জনম
যি ভূমিত সীমা নাই।"

বিষ্ণুপ্ৰসাদ ৰাভা

"আমি বিপ্লৱৰ পথলৈ আগুৱাম
আমি বিপ্লৱ পথৰে যাত্ৰী
সৰ্বহাৰাৰে মুক্তিকামী
বিজয়ৰ জয়গান গাই যাম
আমি বিপ্লৱৰ পথলৈ আগুৱাম।
শত শত জনতাৰ
দেখি দুখ হাঁহাকাৰ
দেখি লাঞ্ছনা বঞ্চনা সৰ্বহাৰাৰ
কৰিবলৈ অৱসান শোষণৰ অভিযান
গৰজি উঠিল আজি বিপ্লৱৰ প্ৰাণ
আমি বিপ্লৱৰ..........
বিজয়ৰ জয় গান গাই যাম
আমি বিপ্লৱৰ পথলৈ আগুৱাম
গণমুক্তি বাহিনী বনুৱা কৃষকৰ
অভিযান ই যে পঞ্চায়তী শাসনৰ

বিষ্ণুপ্ৰসাদ ৰাভা

# ব্যক্তিগত প্ৰভাৱ

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ সান্নিধ্য সাত বছৰ মান লাভ কৰাৰ ফলত, তেখেতৰ প্ৰতি মোৰ শ্ৰদ্ধা-ভক্তি ভাষাৰে প্ৰকাশ কৰিব নোৱাৰা বিধৰ হৈ আছে। সহজ সৰল, মিঠা মুখীয়া, গাম্ভীৰ্যপূৰ্ণ, আড়ম্বৰহীন, বিশাল প্ৰতিভা, গুণ আৰু মৰমীয়াল অন্তৰৰ বিষ্ণুপ্ৰসাদ ৰাভাৰ তাহানিৰ চেহেৰাটো মোৰ চকুৰ আগত জিলিকি পৰেহি। চৰকাৰী অনুগ্ৰহ লাভ কৰি, নাইবা পৈত্ৰিক সম্পত্তি, গৰৈমাৰীৰ চোলাপাৰাত থকা ৫০০ বিঘা আৰু পাঁচ মাইলৰ গোটলোং অঞ্চলত থকা ২০০০ বিঘা, মুঠ দুহেজাৰ পাঁচশ বিঘা মাটিৰ ওপৰত জমিদাৰী চলাই ভৰিৰ ওপৰত ভৰি তুলি কাঁটা চামুচেৰে চকী মেজত বহি চাহাবী খানা খাই আৰামত জীৱনটো অতি-বাহিত কৰিব পাৰিলেহেঁতেন। কিন্তু উদাসীন, নিস্পৃহ, বাহুল্যতাৰ প্ৰতি নিৰ্ব্বিকাৰ বিষ্ণুপ্ৰসাদ ৰাভাই 'আৰাম হাৰাম হেয়' বুলি ধৰিলৈ, বাছি ল'লে শিল্প, সাহিত্য, বিপ্লৱ, নাটক, অভিনয়, চিত্ৰাভিনয়, চিত্ৰ পৰিচালনা, গায়ক, বাদক, নৃত্য শিল্পী, বিপ্লৱী, সংস্কৃতিৰ পূজাৰী, পৰ্ব্বত-ভৈয়াম, জাতি জনজাতি শ্ৰেণী গোষ্ঠী ভাষা বৰ্ণৰলোকক গণেশৰ দাঁতটোৰ দৰেই একতাবদ্ধ কৰি, হালোৱা-চহা, কৃষক-বনুৱা, মজদুৰ শ্ৰমিকক শোষণ- নিস্পেষণৰপৰা মুক্ত কৰি, ধনৰাজ গুচাই 'গণৰাজ' প্ৰতিষ্ঠা কৰাৰ কাঁইটীয়া পথ। সেই পথত থাকে পদে পদে ঘাত-প্ৰতিঘাত। হাতত তুলিলৈ 'দৰিদ্ৰৰ লাওলোটা ভিক্ষাৰ সঁজুলি।' তেখেতে সৌন্দৰ্য্যৰ মাজত ওপঙি থাকিবলৈ ভাল পাইছিল, আৰু চাৰিওফালে সৌন্দৰ্য্যময় কৰাৰ চিন্তা কৰিছিল। বৃহত্তৰ অসম গঢ়ি, প্ৰগতিৰ চক্ৰইদি সৰ্ব্বহাৰাক অগ্ৰগতিৰ পথত বাট বুলাই লৈ যোৱাৰ নেতৃত্ব দিছিল। মোৰ মনত বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ যিমানবোৰ সৃষ্টি আছে, তাতকৈও মানুহজনৰ ব্যক্তিত্ব, গাম্ভীৰ্য্য, প্ৰতিভা আৰু মহত্বতা অধিক মহান আছিল। মাৰ্ক্স লেনিনৰ সাম্যবাদ, মহাত্মা গান্ধীৰ সাম্যবাদ আৰু মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ সাম্যবাদৰ মাজেদি, কলা কৃষ্টি সংস্কৃতি,অভিনয়, সাহিত্যৰ মাধ্যমেৰে জনজাগৰণ অনাৰ প্ৰচেষ্টা চলাই গ'ল ওৰে জীৱন। তেখেত স্ৰষ্টা, দ্ৰষ্টা, সৰ্ব্বহাৰাৰ সঞ্জীৱনী শক্তি, সুলেখক, বাগ্মীৰৰ অগতানুগতিক সংসাৰী আছিল, আৰু হজৰত মহম্মদৰ দৰেই সহজ সৰল জীৱন যাপন কৰি উচ্চ চিন্তা কৰিছিল। তেখেতৰ মানসিক দৃষ্টিভঙ্গী আছিল প্ৰশান্ত মহাসাগৰৰ দৰেই বিশাল-বহল আৰু মন-মন্দিৰ আছিল উজ্জলভাৱে জ্যোতিৰ্ময়। তেখেতক জনসাধাৰণ ব্যক্তি আৰু পূৰ্ণ মানৱ বুলি ক'লে অত্যুক্তি কৰা নহ'ব। বিষ্ণুপ্ৰসাদ ৰাভা কলাগুৰু আৰু

তাৰতৰ শ্ৰেষ্ঠ কন্যাবিলেই নাছিল, তেখেত আছিল গৌতম বুদ্ধৰ দৰে ত্যাগী, চক্ৰেটীছৰ দৰে জ্ঞানী, ঋষি টলষ্টয়ৰ দৰে মহান, এজন পূৰ্ণ মানৱ, যাৰ কথা কৈ থাকিলেও অন্ত নপৰে। তেখেতৰ দশোদিশ সমগ্ৰ প্ৰতিভা আৰু সৃষ্টিৰ আলম লৈ, "বিষ্ণু ৰাভাৰ সংগ্ৰামী আত্মা" নাম দি চমু জীৱনালেখ্যখন যুগুতাবলৈ লওঁ।

এই চমু জীৱনালেখ্যখন যুগুতাওঁতে শ্ৰীযুক্তা মোহিনী ৰাভা, শ্ৰীমান পৃথ্বিৰাজ ৰাভা, শ্ৰীমান হেমৰাজ ৰাভা, শ্ৰীযুক্ত দেবীচৰণ ভট্টাচাৰ্য্য, শ্ৰীযুক্ত চন্দ্ৰ গোস্বামী, শ্ৰীযুক্ত পুষ্পব্ৰত গোস্বামী, নিকামূল সত্ৰৰ সত্ৰাধিকাৰ, তেজপুৰ একাডেমীৰ শিক্ষক শ্ৰীযুক্ত নৰেন্দ্ৰনাথ দেৱশাস্ত্ৰী, শ্ৰীনলিনী বৰুৱা, আৰু শ্ৰীৰামেশ্বৰ নাথৰ পৰা ভালেমান মূল্যবান তথ্যপাতি পাইছো। শ্ৰীনলিনী বৰুৱাৰপৰা ৰাভাদেৱৰ ফটোখনো পাইছো। তেখেত সকলোলৈকে মোৰ আন্তৰিক শ্ৰদ্ধা ভক্তি আৰু কৃতজ্ঞতা জনালো। শ্ৰীযুক্তা মোহিনী বাইদেউ আৰু শ্ৰীমান পৃথ্বিৰাজে হাতে লিখা অৱস্থাতে চাই, একাষাৰ শুভেচ্ছা বাণী দিয়াৰ বাবেও কৃতজ্ঞতা জনাইছো। যি বিলাক আলোচনী কিতাপ কাকত আদিৰপৰা ভালেমান লেখকৰ প্ৰবন্ধাদি চাই, তেখেত সকলক অনুমতি নোলোৱাকৈ ইয়াৰ অন্তৰ্ভুক্ত কৰি যি দোষ কৰিছো, তাৰ বাবে তেখেত সকলৰ ওপৰত ক্ষমা ভিক্ষা মাগিছো। জীৱনালেখ্যখনৰ ভাল বেয়াৰ বিচাৰ কৰাৰ ভাৰ ৰাইজৰ ওপৰতে এৰিলো, কাৰণ, বিষ্ণুপ্ৰসাদ ৰাভাও আছিল ৰাইজৰ বুকুৰ বান্ধৈ, হিয়াৰ আমঠু, মৰমৰ আবৌ। ডিব্ৰুগড়ৰ বাণী মন্দিৰৰ শ্ৰীসূৰ্য হাজৰিকাই প্ৰকাশ কৰিবলৈ গাত লোৱাত কৃতজ্ঞতা জনাইছো। ইয়াৰ বহুতো তথ্য এই বিষয়ৰ অন্য পুথিৰ লগত নিমিলে কাৰণ ইয়াত পাৰ্য্যমানে শুদ্ধ তথ্য-পতি দিবলৈ যত্ন কৰা হৈছে। ইতি,

বিনয়াবনত

শ্ৰীদেবেন্দ্ৰনাথ বৰা

তেজপুৰ,

# সূচীপত্ৰ

| বিষয় | | পৃষ্ঠা |
|---|---|---|

## লিখোঁ লিখোঁ বুলিও লিখিব নোৱাৰোঁ।

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ নিচিনা এজন অসাধাৰণ ব্যক্তিৰ জীৱনালেখ্য এখন লিখিবলৈ চিন্তা কৰিবলৈ সহজ, জুকিয়াই লৈ লিখাটো বৰ টান কাম। এনে কাম ভুৰুকাত হাতী ভৰোৱাৰ নিচিনা যেন হে লাগিছে। শকট-আৱৃত, হৃষ্ট-পুষ্ট, শিশু-সুলভ সৰলতাপূৰ্ণ অন্তৰ খোলা হাঁহিৰ, কেতিয়াবা ধুতি, কেতিয়াবা পায়জামা, পাতল গেৰুৱা ৰঙৰ পাঞ্জাবী, এজোৰ পুৰণি চেণ্ডেল নাইবা পাম্পচু পিন্ধি কেতিয়াবা জৱাহৰ কোট এটাও ওলোমাই, জাৰৰ দিনত হাতদীঘল চুৱেটাৰ এটা, আৰু ডিঙিত মদৰুৱা ৰঙৰ গলাবান এখন মেৰিয়াই, বিনয়ী হৈ, বাটে ঘাটে দীন-দুখী, কৃষক-বনুৱা, শ্ৰমিক মজদুৰৰ লগত আপোনভোলাকৈ কথা পাতি, জনসাধাৰণৰ লগৰ এজন হৈ, মাটিত থৈলা পাৰি বহি, কলপাতত ভাত আৰু পানীয় খোৱা সহজ, সৰল, অমায়িক, প্ৰতিভাসম্পন্ন সংগ্ৰামী শিল্পীজনেই বিপ্লৱী, কলাগুৰু, ভাৰতৰ শ্ৰেষ্ঠ কলাবিদ্, সৰ্বহাৰাৰ বুকুৰ বান্ধৈ। বিষ্ণু প্ৰসাদ ৰাভাদেৱে তেখেতৰ বন্ধু তিলক দাসলৈ ১৯৫৩ চনৰ ২৯ নৱেম্বৰৰ দিনা লিখা চিঠিখনৰ পৰাই দুটামান কথা বুটলি লৈ আৰম্ভ কৰোঁ।

........"মোৰ জীৱনৰ বিষয়ে লিখিবলৈ হ'লে তুমি Andra Murois ৰ" Ariel ( Shelly ৰ জীৱনী ) অথবা Irring Stone এ লিখা "Lust for life" ( Vincent Gogh নামে এজন Dutch Artist ৰ জীৱনী ) পঢ়িবা। ......সেই ঠাচত লিখিলে কিতাপৰ মূল্য বাঢ়িব। মোৰ বিষয়ে জনতাৰ কি মত, খেতিয়ক, বনুৱা, ছাত্ৰ, মধ্যবিত্ত শ্ৰেণীৰ কি অভিমত, বুদ্ধিজীৱিসকলৰ কেনে ভাৱ, সেই ফাললৈকো লক্ষ্য ৰাখিবা। মোৰ জীৱনৰ Philosophy কি,—কি অৱস্থাত মই শিল্পী, গায়ক, নৃত্যশিল্পী, লিখক, কবি, সাহিত্যিক, ঐতিহাসিক, নাট্যকাৰ, চিত্ৰপৰিচালক, অভিনেতা, খেলুৱৈ আদি হ'লো—সেইবিলাকো মন কৰিবলগীয়া। মোৰ Private জীৱনৰ যিখিনি প্ৰকাশযোগ্য তাৰো আভাস যাতে সমাজত ছাব্ নপৰাকৈ ৰিৰিঙে। কিয়নো মই ৰাজনীতিত যোগ দিলোঁ সেই ফালেও মন দিবা। মোৰ প্ৰথমা ভাৰ্য্যাৰ কথা, এতিয়াৰ কাহিনী সকলো আভাস দিবা।"

ড° ভূপেন হাজৰিকাই কোৱামতে বিষ্ণুপ্ৰসাদ ৰাভা ঠিকাদাৰ নহয়, মন্ত্ৰীও নহয়, সত্ৰাধিকাৰো নহয়, নাস্তিকো নহয়, খাটি মহাপুৰুষীয়া যদিও ........মাছ, মাংসও খায়, ২৫০০ বিঘা মাটিৰ জমিদাৰ হৈও পুঁজিপতি নহয়, মাটিও নাই,

গেৰুৱা বসন নিপিন্ধে যদিও সন্ন্যাসী, বিশ্ববিদ্যালয়ত দহোটা—পাচোটা গৱেষণা কৰা নাছিল যদিও, গৱেষক,বুৰঞ্জীবিদ, তিনিটা সন্তানৰ পিতৃ যদিও গতানুগতিক সংসাৰী নহয়, কমিউনিষ্ট হ'লেও ফ'নাটিক নহয়, জাতি-বিচাৰ নেমানে যদিও ধনী-দুখীয়াৰ জাতি-বিচাৰ মানে, বয়স তিনিকুৰি হ'লেও মনটো একৈশ বছৰীয়া, স্বদেশী আন্দোলনত জঁপিয়াই পৰা এজন নিষ্ঠাবান দেশকৰ্মী।

প্ৰবীন শিক্ষাবিদ, সু-সাহিত্যিক, ৰাজনীতিবিদ, (অসমৰ সিংহপুৰুষ) প্ৰাক্তন এম. পি. স্বৰ্গীয় হেম বৰুৱাদেৱে কৈছিল, "ৰাভাই ৰাজনীতিত যোগ দিছিল কিয় ? শাসনৰ নামত জনসমাজৰ ওপৰত অনুষ্ঠিত অন্যায় অবিচাৰ আদিয়ে শিল্পী গৰাকীৰ অন্তৰ গভীৰভাৱে স্পৰ্শ কৰিছিল। জনসমাজৰ দাৰিদ্ৰ্যই মানুহজনক ম্ৰিয়মান কৰিছিল। সত্য আৰু ন্যায়ৰ অৰ্থে জনসমাজৰ কাৰণে যুঁজাৰ মানসেৰে ৰাভাই ৰাজনীতিৰ আশ্ৰয় গ্ৰহণ কৰিছিল। মন্ত্ৰী হ'বৰ কাৰণে নহয়। ৰাভাই বিচাৰি পোৱা ৰাজনীতিৰ পথ হৈছে কাঁইটীয়া ; এনে ৰাজনীতিত আছে দুখ আৰু কষ্ট। পলাতক অৱস্থাত সন্মুখীন হ'ব লগা ৰাভাৰ দুখ-কষ্টৰ কথা আমি জানো।............ ৰাজনীতিৰ মঞ্চত সাময়িকভাৱে খলকনি তোলা মানুহে মৰণৰ লগে লগেই মৃত্যুক আকোঁৱালি লয়। মানুহৰ অন্তৰাত্মাক স্পৰ্শ কৰা সংস্কৃতিৰ পূজাৰীৰ বিষয়ে এইষাৰ কথা ক'ব নোৱাৰি। সংস্কৃতিৰ পূজাৰীয়ে মৃত্যুক জয় কৰে। এই সকলৰ নশ্বৰ দেহৰ অন্ত পৰিব পাৰে, সেই বুলি এই সকলে সিঁচি থৈ যোৱা পোহৰৰ কেতিয়াও অন্ত পৰিব নোৱাৰে। ৰাভা আজি আমাৰ মাজত নাই। তেওঁ সিঁচি থৈ যোৱা পোহৰ অবিনশ্বৰ, অপৰাজেয়। পোহৰৰ মৃত্যু নাই। ৰাভা আজি জ্যোতিৰ দেশত।"

দ্বিতীয় বছৰ, প্ৰথম, দ্বিতীয় সংখ্যাৰ 'প্ৰতিবাদ' নামৰ আলোচনীৰ ৪৫ পৃষ্ঠাত ৰাভাই লিখিছিল," · ···মাৰ্ক্সবাদ—লেনিনবাদে মোৰ চঞ্চল, অস্থিৰ শিল্পী জীৱনলৈ আনি দিছে সাগৰ সঙ্গমৰ পূৰ্ণতা আৰু গভীৰতা। সচাঁকৈয়ে গণবিপ্লৱৰ জীৱন-দৰ্শনক পদাঘাট কৰি কোনো প্ৰকৃত শিল্পী জীয়াই থাকিব নোৱাৰে।"

## "যাৰ হেন মতি কৰে"

বিষ্ণুপ্ৰসাদ ৰাভা কেনে ধৰণৰ মানুহ আছিল, সেই বিষয়ে একে ভাষাৰেই কৈ দিয়া টান। প্ৰথমতে তেওঁ বিপ্লৱী কমিউনিষ্ট দলৰ সক্ৰিয় সদস্য আছিল যদিও দলীয় অনুশাসন ভাল নেপাই সেই দল ত্যাগ কৰিছিল। পিছত কমিউনিষ্ট পাৰ্টিত যোগদান কৰিছিল। ১৯৬৭ চনত তেজপুৰ সমষ্টিৰপৰা বিধান সভাৰ সদস্য হওঁতে ভাৰতৰ কমিউনিষ্ট দলৰ সমৰ্থনত নিৰ্দ্দলীয় প্ৰাৰ্থী হিচাপে উঠিছিল। বিষ্ণুপ্ৰসাদ ৰাভা সংগ্ৰামী বৈপ্লৱিক শিল্পী আছিল। ৰাভাদেৱে নিজেই কৈছিল, "সংগ্ৰামবাদ দিলে মোৰ জীৱন দুৰ্বিসহ।"

সৰ্বহাৰা দৰিদ্ৰ নাৰায়ণৰ মুক্তিৰ বাবে, প'ল ৰবচনৰ দৰে গীতৰ মাজেৰে বৈপ্লৱিক বাতাবৰণৰ সৃষ্টি কৰি ফুৰিছিল অসমৰ বিষ্ণুপ্ৰসাদ ৰাভাই। এই সংগ্ৰামী বিপ্লৱীজনৰ ঘৰত কেতিয়াবা খাবলৈ খুদকণ এটাও নেথাকে। কেতিয়াবা ল'ৰা-তিৰোতাৰ বেমাৰ-আজাৰৰ চিকিৎসা কৰাবলৈ হাতত ফুটা কড়ি এটাও নেথাকে। বন্ধু-বান্ধৱে উপযাচি হয়তো কেতিয়াবা সহায় কৰে।

বিষ্ণুপ্ৰসাদ ৰাভা অসমীয়া ৰাইজৰ হিয়াৰ আমঠু। সৰ্বহাৰাৰ মুক্তিদাতা বিপ্লৱী শিল্পী। তেওঁৰ মহান ব্যক্তিত্বক চৰকাৰী-বে-চৰকাৰী, সোঁ-পন্থী, বাওঁপন্থী কোনেও একচেতিয়া সম্পত্তি বুলি ভৱাৰ বা বন্দী কৰি থোৱাৰ প্ৰচেষ্টা অশোভনীয়। কাৰণ, বিপ্লৱী শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱনৰ লক্ষ্য, দৰ্শনৰ উদ্দেশ্য আৰু সাম্যবাদক নেওঁচা দিব কোনেও নোৱাৰে। তেওঁ সকলোকে একতাবদ্ধ কৰি সাম্যমৈত্ৰীৰ ভাৱেৰে গণেশৰ দাঁতবোৰৰ তাৎপৰ্য্যৰ দৰে এগুটীয়া বা ঐক্যবদ্ধ কৰিবলৈহে বিচাৰিছিল। তেওঁ সৰ্বহাৰাক সঞ্জীৱনী শক্তি প্ৰদান কৰিছিল, ধনী, মহাজন, পুঁজিপতিৰ শোষণ আৰু নিৰ্মম অত্যাচাৰৰ বিৰুদ্ধে ঐক্যবদ্ধ হৈ যুঁজি, মুক্তি লাভ কৰিবলৈ।

সঙ্গীত একাডেমীৰপৰা এবাৰ তেখেতে এহেজাৰ টকাৰ মাননীও পাইছিল। তাৰে দুশ টকা খৰচ কৰি বাকী আঠশ টকা বেংকত জমা থৈছিল। ১৯৬৭ চনৰ ফেব্ৰুৱাৰী মাহত এম. এল এ হোৱাৰ পিছত, মিতব্যয়িতাৰে খৰচ কৰি, এম. এল. এ হিচাপে পোৱা পাৰিতোষিকৰ পৰাও পইচা ৰাহি কৰি, বেংকত জমা হোৱা টকা আঠাশ ও সুদসহ উলিয়াই ইটা, শিলগুটি, বালি আৰু কাঠ কিনিছিল আৰু পিছফালৰ ঘৰটোৰ গাঁথনি ( ফাউণ্ডেশ্যন ) বান্ধিছিল। কিন্তু তেখেতৰ জীৱিত

কালত সেই ঘৰটো সম্পূৰ্ণ হোৱা দেখা নেপালে। স্ত্ৰী-পুত্ৰৰ মনত সেই বেদনা এতিয়াও সজীৱ হৈ আছে।

বিষ্ণু প্ৰসাদ ৰাভাই সংগ্ৰামী শিল্পী জীৱনত, জীৱিত কালত ৰাইজৰ অফুৰন্ত মৰম পাইছিল। ৰাভাদেৱৰ এটি সৰু পৰিয়াল আছিল। পত্নী মোহিনীৰাভা, পুত্ৰ পৃথ্বিৰাজ ৰাভা, হেমৰাজ ৰাভা আৰু অনিন্দ্য সুন্দৰ ৰাভা। ৰাভাদেৱৰ ১৯৬৯ চনৰ ২০ জুনৰ ৰাতি ২-২০ মিনিটত পৰলোক প্ৰাপ্তি হ'ল। তেওঁৰ মৃত্যুৰ পিছত ১২ বছৰীয়া থুন-থুন ( পৃথ্বিৰাজ ) আৰু ৯ বছৰীয়া মুন মুন ( হেমৰাজ ) খোৱা আৰু পিন্ধাত কষ্ট পাই, মোমায়েকৰ ঘৰলৈ গৈ, ১৯৭০ চনৰ পৰা ১৯৭৫ চনলৈকে তাতে থাকি, পঢ়ি শুনি বেলশৰ হাইস্কুলৰ পৰাই মেট্ৰিক পৰীক্ষা পাছ কৰিহে তেজপুৰলৈ আহি কলেজত নাম লগালেহি। অনিন্দ্যসুন্দৰ ৰাভা দেউতাক ঢুকাওঁতে ডেৰ ( ১½ ) বছৰীয়া আছিল।

১৯৬৯ চনৰ জুনমাহৰ পৰা ১৯৭৫ চনৰ শেষলৈকে মোহিনী ৰাভাই এসাজ খাই দুসাজ লঘোনে থাকিবলগীয়া হৈছিল। গোৱালপাৰাৰ বিন্ধাকাতা গাঁৱৰ পৰা মাক আৰু ভায়েকে চাউল-পাত, টকা-পয়চা দি যায়হি আৰু তাৰেই চলে।

শিল্পীৰ দুৰৱস্থাৰ কথা তেতিয়াৰ মুখ্যমন্ত্ৰী ৺বিমলাপ্ৰসাদ চলিহাদেৱে উপলব্ধি কৰি ১৯৬৮ চনৰ ৬ আগষ্টৰ দিনা বিষ্ণুপ্ৰসাদ ৰাভাই গৃহ নিৰ্মাণৰ বাবে লোৱা চৈধ্য হাজাৰ টকাৰ ঋণ, সুদসহ ৰেহাই দি শিল্পীজনাক আৰু পুত্ৰ-পৰিবাৰক সকাহ দি থৈ যোৱাৰ লগতে নিজৰো বিশাল মনৰ পৰিচয় দি গ'ল। ৰাভাদেৱ বোম্বাইলৈ চিকিৎসাৰ বাবে অহা যোৱা কৰাৰ খৰচো চলিহাদেৱে বহন কৰিছিল।

পশ্চিম বঙ্গৰ অন্যতম বুদ্ধিজীৱি, খ্যাতনামা সাহিত্যিক অন্নদা শংকৰ ৰায়ে ৰাভাদেৱৰ গুণৰাজি বিশ্লেষণ কৰি ১৯৬৯ চনতে কৈছিল, "হাতত অস্ত্ৰ লৈ, গান গাই, ছবি আঁকি, জীৱন সংগ্ৰামত আগুৱাই যোৱাৰ উদাহৰণ ইটালীৰ নৱন্যাস যুগত আছিল বুলি জনা যায়। এই দেশত এনে সব্যসাচীৰ দৃষ্টান্ত বিৰল। ৰাভাৰ সমগ্ৰ কৰ্ম প্ৰচেষ্টাক ধৰি ৰখাৰ চেষ্টা কৰা উচিত। অসমীয়া ভাষাত তেওঁৰ ৰচনাৱলী প্ৰকাশিত হ'লে তাক বাংলা ভাষাত অনুবাদ কৰি প্ৰকাশৰ ব্যৱস্থা কৰা হ'ব। অসম বহু জাত, বহু ভাষা সংস্কৃতিৰ ৰাজ্য হিচাপে ভাৰতৰ অনন্য ক্ষুদ্ৰ সংকৰণৰ এখন ভাৰত। ৰাভা আছিল অসমৰ সমন্বয়ৰ প্ৰতীক। ৰাভাৰ জীৱন যেনেকৈ জনতাৰ লগত আছিল, তেনেকৈ যদি অসমৰ সংস্কৃতিকৰ্মী সকলৰো থাকে, তেন্তে অসমৰ সাহিত্য সংস্কৃতিয়ে অৱশ্যে উচ্চ আসন লাভ কৰিব।"

ড° অমলেন্দু গুহই ১ম বছৰ, ৪ৰ্থ সংখ্যা 'প্ৰতিবাদ' আলোচনীৰ ১৮ পৃষ্ঠাত,

'ব্যক্তি আৰু ব্যক্তিত্ব' শীৰ্ষক প্ৰবন্ধত লিখিছে, বিষ্ণু ৰাভা যেন অসমৰেই প্ৰতীক। এফালে বিভিন্ন ভাষা-ভাষী গণজীৱনৰ লগত গভীৰ যোগাযোগ, আৰু আনফালে অদ্ভুত সৃজনশীল প্ৰতিভাৰ অধিকাৰী হোৱা স্বত্বেও, বহুক্ষেত্ৰত প্ৰাথমিক চমক সৃষ্টি কৰি তেওঁ অগ্ৰসৰ হ'ব নোৱাৰিলে বা তেওঁৰ প্ৰচেষ্টা নানা সংঘাতৰ মাজত অৰ্দ্ধ সমাপ্ত হৈ ৰ'ল। তথাপি বিভিন্ন সাধনা আৰু বহুমুখী প্ৰচেষ্টাৰ মাজেদি তেওঁ লক্ষ্যৰ সেই ঐক্যত উপস্থিত হৈছিলগৈ, যি আজি ভাৰতৰ তথা অসমৰ শোষিত সমাজৰ শ্ৰমিক, কৃষক আৰু দৰিদ্ৰ উপজাতীয় মানুহৰ জীয়াই থকা আন্দোলনৰ কেন্দ্ৰবিন্দু সাম্যবাদৰ প্ৰতি আকৰ্ষণ।"

## বিষ্ণুপ্ৰসাদ ৰাভাৰ জন্ম আৰু বংশ পৰিচয়

কামৰূপ জিলাৰ বাণী অঞ্চলৰ ৰাজাপানী চন্দাগাঁও এলেকাত শুকুৰাম কছাৰী নামৰ এজন ৰাজপৰিয়ালৰ লোক আছিল। তেওঁৰ পিতাকৰ নাম আছিল মনসিং কছাৰী। শুকুৰাম কছাৰীৰ পুতেকৰ নাম আছিল শনিৰাম মছাহাৰি। শনিৰাম মছাহাৰিৰ জন্ম হৈছিল ১৮৩০ চনত। শনিৰাম মছাহাৰি সামৰিক-বিভাগৰ 'নন্ কমিশ্যনড্ অফিচাৰ' হিচাপে কাৰ্য্যনিৰ্বাহ কৰিছিল। তেওঁ ভূটানৰ নামনিত, দৰং জিলাৰ মঙ্গলদৈ মহকুমাৰ ভৈৰৱকুণ্ড সামৰিক চাউনিত পৰিয়ালসহ আছিল। ভৈৰৱকুণ্ড সামৰিক চাউনিত এবাৰ বসন্ত ৰোগত আক্ৰান্ত হৈ কেইবাজনা লোকৰ মৃত্যু হ'ল। তাৰ ভিতৰতে শনিৰাম মছাহাৰিৰ পত্নীও আছিল। শনিৰাম মছা-হাৰিৰ মহা চিন্তা হ'ল। কাৰণ, তেতিয়া গোপাল কেঁচুৱা আছিল। গোপালক ক'ত ৰাখিব, কেনেকৈ ডাঙৰ কৰিব, ইত্যাদি ভাবি-চিন্তি থাকোঁতেই, তেখেতৰ হঠাৎ মনত পৰিল তেওঁলোকৰ আত্মীয় ওদালগুৰিত পুলিচ ইন্সপেক্টৰৰ চাকৰী কৰি থকা চান্দবৰ ৰাভাৰ কথা। চান্দবৰ ৰাভাৰ ল'ৰা-ছোৱালী নাছিল। গতিকে ভৈৰৱকুণ্ডৰ ইষ্টাৰ্ণ ফ্ৰন্টিয়াৰ ৰাইফল্‌চৰ চাউনিৰপৰা গোপালক দেউতাক শনিৰাম মছাহাৰিয়ে, তিনিজন জোৱান লগত লৈ সৈন্যবাহিনীৰ ঘোঁৰাৰ পিঠিত উঠাই লৈ গৈ ওদালগুৰিত চান্দবৰ ৰাভাক গটাই দিলেগৈ। চান্দবৰ ৰাভাই গোপালক আনন্দমনেৰে, পিতৃবৎ স্নেহেৰে আঁকোৱালি লৈ ৰাখি, ডাঙৰ দীঘল কৰিলে, আৰু তেওঁৰ তেজপুৰত থকা ঘৰলৈ নি প্ৰাথমিক বিদ্যালয়ত নাম লগাই দিলেগৈ। পিছত শনিৰাম মছাহাৰিয়ে দ্বিতীয় বিবাহ কৰাইছিল যদিও, গোপালৰ প্ৰতি তেখেতৰ মৰম, যত্ন অসীম আছিল আৰু সদায় খা-খবৰ লৈ কেনেকৈ গোপালক মানুহ কৰিব পাৰে তাৰ চিন্তা কৰি আছিল। চান্দবৰ ৰাভাৰ পৰিয়ালৰ লোক এতিয়াও চৰ্দাৰ বাহাদুৰ গোপালচন্দ্ৰ ৰোড, তেজপুৰৰ বিষ্ণুপ্ৰসাদ ৰাভাৰ পৈত্ৰিক ভেটিৰ ওচৰতে আছে।

গোপালে তেজপুৰতে প্ৰাথমিক বিদ্যালয়ৰ শিক্ষা শেষ কৰি তেজপুৰ চৰকাৰী হাইস্কুলত এনট্ৰেন্স দিব লগালৈকে পঢ়িছিল। তেওঁৰ স্বাস্থ্য বৰ ভাল আছিল। তেনেতে ডিব্ৰুগড়লৈ গৈ অসম ৰাইফেল্‌চত ভৰ্ত্তি হ'লগৈ।

গোপালে সম্পূৰ্ণ নাম লিখিছিল গোপাল চন্দ্ৰ দাস। গোপাল চন্দ্ৰ দাসে অসম ৰাইফল্‌চত নিষ্ঠাৰে কাজ কৰি ওপৰৱালাক সততে সন্তুষ্ট কৰিব পাৰিছিল। তেনেতে

তেওঁক তেজপুৰ মহকুমাৰ চাৰিত্ৰৱাৰৰ অসম ৰাইফলচ শিবিৰলৈ বদলি কৰিলে। তাত কেইবছৰমান নিষ্ঠা সহকাৰে কাম কৰি থকাৰ পিছত, তেওঁক চুবেদাৰ মেজৰ পদলৈ পদোন্নতি দি ঢাকালৈ বদলি কৰিলে। পদোন্নতি হোৱাৰ পিছত তেখেতে গোপাল চন্দ্ৰ দাসৰ পৰিবৰ্তে, গেপোল চন্দ্ৰ ৰাভা বুলি লিখিছিল। বিষ্ণুপ্ৰসাদ ৰাভাই এই বিষয়ে ১৯৬৭ চনতে এদিন কথা প্ৰসঙ্গত আমাৰ আগত কৈছিল, "দেউতাৰ জীৱনী এখন মই লিখি আছোঁ। দেউতাই আগতে 'দাস' উপাধিহে লিখিছিল। চাকৰিত প্ৰমোচন পোৱাৰ পিছতহে 'দাস' উপাধিৰ সলনি 'ৰাভা' লিখিছিল।"

গোপাল চন্দ্ৰ ৰাভাক কৰ্মদক্ষতাৰ বাবে তেতিয়াৰ বৃটিছ চৰকাৰে চৰ্দাৰ বাহাদুৰ আৰু 'অৰ্ডাৰ অৱ দি বৃটিছ এম্পায়াৰ' উপাধি প্ৰদান কৰিছিল। ১৯০৭ চনত চৰ্দ্দাৰ বাহাদুৰ উপাধি লাভ কৰি তেওঁ ঢাকাত থকা লাটচাহাবৰ ( গৱৰ্ণৰ) অনাৰেৰী এ ডি কং হিচাবে নিযুক্ত হৈছিল। ১৯১৭ চনত তেখেতে মাত্ৰ ৪৫ (পঞ্চল্লিশ) বছৰ বয়সতে ঢাকাতে ইহলীলা সম্বৰণ কৰে। তেখেতৰ পৰিবাৰৰ (ঘৈনীয়েক) নাম আছিল গেথী। তেখেতসকলৰ ৯ ( ন ) জন ল'ৰা-ছোৱালী জন্ম হৈছিল। প্ৰথম গৰাকী ছোৱালী আছিল, কিন্তু তেখেতৰ নামটো পোৱা নহ'ল। মনমোহিনী ৰাভা, দিলিপ ৰাভা, গোলাপ ৰাভা, নন্দলাল ৰাভা, কমলা ৰাভা, থুলথুলী ৰাভা, বিষ্ণু প্ৰসাদ ৰাভা আৰু বঙ্কিত ৰাভা। নাম সংগ্ৰহ কৰিব নোৱাৰা ডাঙৰ কন্যা সন্তান গৰাকীক ডাঃ ধাৰাৰাম মেছৰ লগত বিবাহ দিছিল। কিন্তু বিবাহৰ কিছুদিন পিছতে বিষ্ণুৰাভাৰ ডাঙৰ বায়েকৰ মৃত্যু হোৱাত, দ্বিতীয়া বায়েক মনমোহিনী ৰাভাক ডাঃ ধাৰাৰাম মেছলৈ বিয়া দিছিল। কমলা ৰাভাৰো বিবাহৰ কিছুদিন পিছতে মৃত্যু হ'ল। বিষ্ণুৰাভাৰ ডাঙৰ ককায়েক দিলিপ ৰাভাই সৈন্যবাহিনীত চুবেদাৰৰ চাকৰি কৰিছিল। দ্বিতীয় ককায়েক গোলাপ ৰাভা সু-গায়ক কণ্ঠশিল্পী আছিল। তৃতীয় ককায়েক নন্দলাল ৰাভাই ঢাকাত পুলিচ বিষয়াৰ চাকৰি কৰিছিল। বিষ্ণু ৰাভাৰ ভায়েক বঙ্কিত ৰাভা নিপুন চিত্ৰকৰ আছিল। তেওঁ বিষ্ণু ৰাভাতকৈ পাঁচ বছৰৰ সৰু আছিল। তিনিজন ককায়েক, একমাত্ৰ ভায়েক বঙ্কিত আৰু তিনি গৰাকী বায়েক বিষ্ণু ৰাভাতকৈ আগতে ঢুকাল; দ্বিতীয় বায়েক মনমোহিনী মেছহে ১৯৮১ চনৰ ২৪ অক্টোবৰৰ দিনা ঢুকাইছে।

বিষ্ণুপ্ৰসাদ ৰাভাৰ জন্ম হৈছিল ১৯০৯ চনৰ ৩০ জানুৱাৰী, বৃহস্পতিবাৰৰ দিনা ঢাকাত। বিষ্ণুপ্ৰসাদ ৰাভা ৭ ( সাত ) বছৰ বয়সলৈকে ঢাকাতে আছিল আৰু সেনাবাহিনীৰ প্ৰাথমিক বিদ্যালয়ত বাংলাভাষাৰ মাধ্যমেৰে শিক্ষালাভ কৰিছিল।

গহৰ জান বিবি, মোতি মিঞা আৰু ওস্তাদ কালাচান্দে ঢাকাত বিষ্ণু ৰাভাৰ ঘৰতে সঙ্গীত শিক্ষা দান কৰিছিল। সেই বিষয়ত দেউতাক চৰ্দ্দাৰ বাহাদুৰ, চুবেদাৰ মেজৰ গোপাল চন্দ্ৰ ৰাভাই যথেষ্ট উৎসাহ উদ্দীপনা যোগাইছিল। কাৰণ, তেখেত নিজেও সঙ্গীতানুৰাগী আছিল আৰু সুন্দৰকৈ চেতাৰ বজাব জানিছিল। শাস্ত্ৰীয় শঙ্গীতো ভালকৈ জানিছিল আৰু বিষ্ণু ৰাভাক বাল্যকালতে শাস্ত্ৰীয় সঙ্গীত শিকাইছিল। দেউতাকে আউনি আটি সত্ৰত শৰণ লৈ গধূলি সদায় কীৰ্ত্তন ঘোষাও পঢ়িছিল। ঢাকাত থাকোঁতে বিষ্ণুপ্ৰসাদ ৰাভাই লগৰীয়া সকলৰ লগত বৰশী বাইছিল, মাছ ধৰিছিল, গছত উঠিছিল আৰু টেঙাৰ বল খেলিছিল। সৰুৰে পৰা তেওঁৰ স্বাস্থ্য বৰ ভাল আছিল। কিন্তু অনুভূতি আছিল আবেগ প্ৰবণ, প্ৰতিভা আছিল বিশাল। তেওঁ বৰ স্পষ্টবাদী আছিল। আবেগিক অনুভূতি প্ৰবণতা থকাৰ কাৰণে ভাটীবয়সতো তেওঁ কেঁচুৱাৰ দৰে ঠেহপেচ পাতিছিল। সাত বছৰ বয়সতে ঢাকাত "ৰাজা হৰিশ্চন্দ্ৰ" নামৰ উৰ্দ্দু নাটকখন মঞ্চস্থ কৰোঁতে বিষ্ণু ৰাভাই ৰাজকোঁৱৰ ৰোহিতাশ্বৰ সফল আৰু সুন্দৰ অভিনয় কৰি দৰ্শকৰ প্ৰশংসা লাভ কৰিছিল।

গোপালচন্দ্ৰ ৰাভাক বৃটিছ চৰকাৰে তেজপুৰৰ ওচৰৰে গৰৈমাৰীৰ কোলাপাৰাত ৫০০ বিঘা আৰু পাঁচ মাইলৰ গোটলোং অঞ্চলত ২০০০ বিঘা, মুঠ দুহেজাৰ পাঁচশ বিঘা মাটি দিছিল। তেখেতে দীঘলীয়া পকা ঘৰ এটা চৰ্দ্দাৰ বাহাদুৰ গোপালচন্দ্ৰ ৰোডৰ কাষতে সজাইছিল। ঘৰটো সজাবৰ কাৰণে টিনপাত আদি ঢাকাৰ পৰা জাহাজেৰে আনিছিল।

গোপালচন্দ্ৰ ৰাভাদেৱে তেজপুৰত নানা ৰাজহুৱা কামত আগভাগ লৈ সক্ৰিয়-ভাৱে সহায় কৰিছিল। ১৯০৭ চনৰ ১৭ অক্টোবৰত তেজপুৰৰ কালিবাৰীত ৺ভৱানীচৰণ ভট্টাচাৰ্য্যৰ মাটিত 'বাণ ৰঙ্গমঞ্চ' স্থাপন হোৱাৰ পিছত, বাণ ৰঙ্গমঞ্চৰ কাৰ্য্যনিৰ্বাহক সমিতিৰ প্ৰথম সভাপতি ৺ভৱানীচৰণ ভট্টাচাৰ্য্য ঢাকালৈ গৈ, সেই সময়ৰ বঙ্গৰ গৰ্ভণৰৰ এ-ডি-কং গোপালচন্দ্ৰ ৰাভাক লগ ধৰাত, তেখেতে ৪০০'০০ ( চাৰিশ ) নগদ টকা আৰু ৪খন দৃশ্যপট অকোঁৱাই, দৃশ্যপট ৪খন জাহাজেৰে তেজ-পুৰলৈ পঠোৱাৰ খৰচো বহন কৰিছিল। তেজপুৰৰ 'বাণ ৰঙ্গমঞ্চত' গোপালচন্দ্ৰ ৰাভাৰ ডাঙৰ ফটো এখনো ৰাখিছিল। সময়ৰ সোঁতে মানুহক বহুত কথাই পাহৰাই দিয়ে। গোপালচন্দ্ৰ ৰাভাৰ 'বাণ ৰঙ্গমঞ্চত' থকা ফটোখনো মাটিত বহুতদিন ধৰি অনাদৃত অৱস্থাত পৰি উৱঁলি গ'ল। তেখেতৰ নাতিয়েকে সেইখন ককাকৰ ফটো বুলি জানি লৈ যোৱাত, ১৯৬৫-৬৬ চনত তেজপুৰত মটৰ ভেহিকোল ইন্সপেক্টৰ

হিচাপে চাকৰি কৰি থকা ৺শান্তিৰাম দাসদেৱে তলত পিচ্ বোৰ্ড দি উৱলি যোৱা ঠাইবোৰত বগা কাগজৰ টুকুৰা লগাই থ'লেগৈ। ১৯৬৭ চনত বিষ্ণুৰাভা এম. এল. এ হিচাবে জিকাৰ দিনা, ৺শান্তিৰাম দাসে ফটোখন আইনাৰ ফ্ৰেমত বন্ধাই, ফুলৰ মালা আঁৰি, ধূপ-ধুনা দিছিল। সেইখন ফটো এতিয়াও বিষ্ণুৰাভাৰ ঘৰতে আছে।

বিষ্ণুপ্ৰসাদ ৰাভাক দেউতাকে শঙ্কৰদেৱৰ বিষয়ে বহুতো কথা কৈছিল। গতিকে শঙ্কৰদেৱৰ সৃষ্টি আৰু কৃষ্টিৰ বিষয়ে গৱেষণা কৰি, বিশদভাৱে সকলো দিশ জনাৰ আগ্ৰহ বিষ্ণুপ্ৰসাদ ৰাভাৰ বাল্যকালৰেপৰা জন্মিছিল। পিছত তেওঁ শঙ্কৰদেৱৰ কৃষ্টি-সংস্কৃতি, সাহিত্য, কলা আদিৰ বিষয়ে গভীৰ অধ্যয়ন কৰি "শঙ্কৰী সঙ্গীতৰ সংকলন" এখন ৰচনা কৰিছিল, "ভেকাগিৰিৰ দান" শীৰ্ষক এলানি প্ৰবন্ধ লিখিছিল আৰু "শ্ৰীশ্ৰী শঙ্কৰদেৱ ৰবগায়ন" নামৰ এটি বহুমূলীয়া প্ৰবন্ধ লিখিছিল।

১৯১৬ চনত গোপালচন্দ্ৰ ৰাভাৰ ঢাকাতে মৃত্যু হ'ল ৪৫ ( পঞ্চল্লিশ ) বছৰ বয়সত। তাৰ পিছত বিষ্ণুপ্ৰসাদ ৰাভাক তেজপুৰলৈ লৈ আহিল। তেওঁৰ মাক, বায়েক—ভিনিহিয়েক ডাক্তৰ ধাৰাৰাম মেচ্ আৰু চান্দবৰ ৰাভাৰ পৰিয়ালৰ লোকে তেজপুৰৰ চৰকাৰী ল'ৰাৰ হাইস্কুল ( বৰ্ত্তমান তেজপুৰ উচ্চ মাধ্যমিক বিদ্যালয় )ত নাম লগাই দিলে। দেউতাক গোপালচন্দ্ৰ ৰাভাই 'অসম টাইপৰ' দীঘল-বহল ডাঙৰ পকা ঘৰ এটা সাজিছিল। বিষ্ণুৰাভাৰ ককায়েক এজনে সেই ঘৰটোৰ ভালে-মান টিনপাত আৰু অন্যান্য বস্তু কালিবাৰীৰ কোনোবা এজন দাসক আৰু পূজা কমিটিক বিক্ৰী কৰি দিলে। বাকী যি আধা ডোখৰ বাকী থাকিল, সেই ডোখৰৰ লগতে আৰু এটা সৰু টিনৰ ঘৰ আছিল। সেই ঘৰকেটাত বিষ্ণুপ্ৰসাদ ৰাভা, মাক, ভায়েক ককায়েকহঁত আছিল। হাইস্কুলত পঢ়ি থকা অৱস্থাতে তেওঁৰ সঙ্গীত আৰু খেল ধেমালিৰ প্ৰতি বিশেষ ৰাপ আছিল। পঢ়াত তেওঁ তীক্ষ্ণ বুদ্ধিৰ পৰিচয় দিছিল। স্কুলত পঢ়ি থাকোঁতে ফুটবল হকিখেল আৰু ক্ৰিকেটখেল খেলিছিল আৰু সঙ্গীত চৰ্চাও কৰিছিল। ১৯২২ চন মানত তেজপুৰত সদৌ অসম ছাত্ৰ সম্মিলন অনুষ্ঠিত হৈছিল। ৰাভা তেতিয়া বোধ হয় পঞ্চম বা ষষ্ঠ শ্ৰেণীৰ হৃষ্ট-পুষ্ট খেলুৱৈ ছাত্ৰ আছিল। ৰাভা উক্ত ছাত্ৰ সম্মিলনৰ স্বেচ্ছাসেৱকৰ নায়ক হৈছিল। দেশভক্ত তৰুণ ৰাম ফুকনে উক্ত সম্মিলনত সভাপতিত্ব কৰিবলৈ আহি বিষ্ণুৰাভাৰ কৰ্ত্তব্যনিষ্ঠা দেখি মুগ্ধ হৈ আশীৰবাণী দি 'অটোগ্ৰাফ' দি গৈছিল।

১৯২৬ চনত তেজপুৰ চৰকাৰী হাইস্কুলৰপৰা প্ৰথম বিভাগত দৰং জিলাৰ সকলো পৰীক্ষাৰ্থীৰ ভিতৰত সৰ্বোচ্চ স্থান লাভ কৰি প্ৰবেশিকা পৰীক্ষা পাছ কৰে আৰু 'কুইন এম্প্ৰেছ' পদক লাভ কৰে।

# বিষ্ণুপ্ৰসাদ ৰাভাৰ মাতৃভক্তি

বিষ্ণুপ্ৰসাদ ৰাভাৰ মনটো সকৰেপৰা অনুসন্ধিৎসু, স্পষ্টবাদী, মৰমীয়াল আৰু একেলগে বহুত কাম কৰাৰ হেঁপাহ থকাৰ কাৰণে প্ৰায়বোৰ কাম আধৰুৱা হৈ থাকে। তেওঁ সদায় সৌন্দৰ্য্যপ্ৰিয় আৰু নতুনত্ব বিচাৰি ফুৰি ভাল পাইছিল। তেওঁৰ মাকলৈ আছিল অগাধ ভক্তি। মাকলৈ বৰ ভয়ো কৰিছিল। মাকে বিষ্ণুৰাভাক 'কটু' বুলি মাতিছিল আৰু সদায় মৰম-চেনেহেৰেহে ইটো সিটো কৈছিল। ৰাভাই মাকৰ এটা কথাও পেলাব নোৱাৰিছিল।

১৯২৬ চনত প্ৰবেশিকা পৰীক্ষাত লাভ কৰা 'কুইন এম্প্ৰেছ' পদকটো প্ৰদান কৰিবলৈ তেজপুৰ চৰকাৰী হাইস্কুলত এখন সভা পাতিছিল। সেই সময়ত ৰাভাৰ মাকৰ বৰ অসুখ হৈছিল। বিচনাৰ পৰা উঠিব নোৱাৰা অৱস্থা। মাকক তেনে অৱস্থাত এৰি থৈ বিষ্ণুপ্ৰসাদ ৰাভা স্কুললৈ গৈ পদক গ্ৰহণ কৰিবলৈ মন কৰা নাছিল। তেওঁ এবাৰ মাকৰ কাষলৈ আৰু বাহিৰলৈ ওলোৱা সোমোৱা কৰি আছিল আৰু উচ্পিচাই ফুৰিছিল। দুয়োটা চকু অজানিত আশঙ্কাত হয়তো চল্-চলীয়া হৈছিল। মাকে সেইদিনা পদক প্ৰদান কৰাৰ কথাটো জানিব পাৰি বিষ্ণু ৰাভাক সুধিছিল, "কটু, তুমি পদক আনিবলৈ স্কুলক নোযোৱা কিয় ?" তেতিয়া ৰাভাই কৈছিল, "ভাল লগা নাই আই, নেযাওঁ।" তথাপিও মাকে যাবলৈ কোৱাত, মাকৰ কথা পেলাব নোৱাৰি তেওঁ স্কুললৈ গ'ল আৰু পদকটো গ্ৰহণ কৰিলেগৈ। তাৰ পিছত বেগাবেগিকৈ ঘৰলৈ গৈ মাকৰ হাতত সোণৰ পদকটো দি, মাকৰ ভৰিত ধৰি, মূৰটো মাকৰ ভৰিত লগাই দিলে। বিষ্ণু ৰাভাৰ দুয়োটা চকুত তেতিয়া মাকৰ বেমাৰৰ আৰু পদক পোৱাৰ আনন্দৰ মিশ্ৰিত চকুলো বৈ আহিল।

# বিষ্ণুৰাভাৰ কলেজীয়া শিক্ষা

বিষ্ণুপ্ৰসাদ ৰাভাক যেয়ে তেখেতৰ পঢ়া-শুনাৰ কথা সুধিছিল, সেয়ে এক্টা উত্তৰেই পাইছিল, "কিমান পঢ়িলো, কি পঢ়িলো, সেইবোৰ মোৰ এতিয়া মনত নাই।" অথচ, সেইজন বিষ্ণু ৰাভাই প্ৰবেশিকা পৰীক্ষাত 'কুইন এম্‌প্ৰেছ' পদক লাভ কৰি, কলিকতালৈ গৈ চেণ্টপল্‌' কলেজত আই, এছ, ছি পঢ়ি ১৯২৮ চনত প্ৰথম বিভাগত আই. এছ, ছি পাছ কৰিছিল। চেণ্টপ'ল্‌ কলেজত তেওঁ কলেজৰ ক্ৰিকেট কেপ্তেইন আছিল। তাৰ পিছত বি, এছ, ছি পঢ়িবলৈ কলিকতাৰ ৰিপণ কলেজলৈ গৈ, পদাৰ্থ বিজ্ঞানত অনাৰ্চ লৈ বি, এছ, ছি পঢ়িছিল। ৰিপন কলেজত তেওঁ কলেজৰ ফুটবল কেপ্তেইন আছিল। ১৯২৯ চনত তেওঁ চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ। তেতিয়া স্বদেশী আন্দোলন চলি আছিল। গতিকে ৰিপণ কলেজৰ ছাত্ৰাবাসতো পুলিচৰ অত্যাচাৰ, নিৰ্য্যাতন আদি চলিছিল। বিষ্ণুৰাভাৰ স্বাধীনচেতীয়া মনে পুলিচৰ অযথা অত্যাচাৰ, নিৰ্য্যাতন, খানাতালাচ আদি নীৰৱে সহ্য কৰি থাকিবলৈ টান পালে। তেওঁৰ পঢ়া শুনাতো ব্যাঘাত জন্মিল। কলিকতাত থাকিলে বি, এছ, ছি, পৰীক্ষা দিয়া নহ'ব যেন দেখি, তেওঁ ৰিপন কলেজৰ পৰা ট্ৰেন্সফাৰ চাৰ্টিফিকেট লৈ কোঁচবিহাৰৰ ভিক্টোৰীয়া কলেজলৈ গ'ল আৰু পুনৰ বি, এছ, ছিৰ তৃতীয় বাৰ্ষিকত, পদাৰ্থ বিজ্ঞানত অনাৰ্চ লৈ নাম লগালেগৈ। ১৯৩০ চনত চতুৰ্থ বাৰ্ষিকৰ বাছনি পৰীক্ষাত সৰ্বোচ্চ নম্বৰ পাই বি, এছ, ছি, ফাইনেল পৰীক্ষাৰ বাবে পঢ়াৰ প্ৰস্তুতি চলাইছিল।

তেনে সময়তে স্বদেশী আন্দোলনে ভাৰতবৰ্ষত গা-কৰি উঠিল। ১৯৩০ চনত বিষ্ণুপ্ৰসাদ ৰাভা আছিল একৈশ বছৰীয়া চফল ডেকা, আৰু বাহুত আছিল হাজাৰ হাতীৰ বল। তেতিয়া মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতবৰ্ষৰ কোটি কোটি জনসাধাৰণে অহিংস ব্ৰতেৰে স্বদেশী আন্দোলনত জপিয়াই পৰিছিল। আন হাতেদি, কোঁচবিহাৰৰ দেশীয় ৰজাজনে ৰিজেণ্ট হাটনিচন নামৰ বৃটিছ ৰেচিডেণ্টজন আৰু নলিনীৰঞ্জন খাস্তগীৰ নামৰ দেশীয় দেৱান জনৰ চতুৰালি আৰু চক্ৰান্তত পৰি, প্ৰজাবৃন্দৰ ওপৰত অবৰ্ণনীয়, জঘন্য, বৰ্বৰ আৰু নিৰ্মম অত্যাচাৰ চলাবলৈ ধৰিছিল। অত্যাচাৰে সীমা চেৰাই যোৱাত প্ৰজাসকল বিক্ষুব্ধ হৈ কোঁচবিহাৰত আৰম্ভ কৰিছিল এটা প্ৰচণ্ড বিক্ষোভ। সেই বিক্ষোভৰ লেলিহান শিখাই অসীম সাহসী, স্পষ্টবাদী ছাত্ৰনেতা বিষ্ণুপ্ৰসাদ ৰাভাৰো ধৈৰ্য্যৰ বান্ধ ছিঙি পেলাইছিল।

তেওঁ থিৰেৰে থাকিব নোৱাৰা হ'ল। এদিন মাজনিশা নাটকীয়ভাৱে; কোনেও নজনাকৈ কোঁচবিহাৰৰ ৰাজপ্ৰসাদৰ সিংহ দুৱাৰত পোষ্টাৰ লগালেগৈ, আৰু কোঁচ-বিহাৰৰ জেনকিন্স হাইস্কুল প্ৰাঙ্গণত ৰিজেণ্ট হাষ্টনিচনৰ বঙলাৰ নঙলা মুখত আৰু ৰাজ প্ৰসাদৰ সিংহ দুৱাৰত 'ইউনিয়ন জেক্' নমাই তাৰ ঠাইত ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছৰ ত্ৰিৰঙ্গ পতাকা নিৰ্ভয় মনেৰে উত্তোলন কৰি থৈ আহিল। সিংহ দুৱাৰৰ পোষ্টাৰত লিখা কথা কেইটা আছিল :

"ৰাজ্যে আছে দুইটি পাঠা।
একটি কালো একটি সাদা॥
ৰাজ্যেৰ যদি মঙ্গল চাও।
দুইটি পাঠাই বলি দাও॥"

ইতিমধ্যে বি, এছ, ছি ( অনাৰ্চ ) টেষ্ট পৰীক্ষাৰ খবৰো ওলাল। বিষ্ণুৰাভাই সৰ্বোচ্চ নম্বৰ পাই পাছ কৰিলে। গতিকে পিছদিনা ৰাভাই ট্ৰেইন যোগে তেজপুৰ অভিমুখে যাত্ৰা কৰিলে।

তেজপুৰ সেই সময়ত কংগ্ৰেছৰ ঘাই কেন্দ্ৰ আছিল! বিষ্ণুৰাভা তেজপুৰ পায়েই ঘৰ পালেগৈ। ঘৰলৈ গৈ খবৰ পালেগৈ যে তেওঁৰ একমাত্ৰ ভায়েক বঞ্জিত ৰাভাৰ ইতিমধ্যে মৃত্যু হৈছে আৰু মাক বিমৰ্ষবদনে শুই আছে। মাকৰ বেমাৰো হৈছিল আৰু পুত্ৰশোকে জৰ্জ্জৰিত কৰিছিল। সেই যি মাক শুলে, মাক আৰু উঠিব নোৱাৰিলে। এদিন হঠাতে ইহলীলা সম্বৰণ কৰিলে।

মাকক হেৰুৱাই ৰাভাই বৰ শোক পালে। কিছুদিন ঘৰতে থকাৰ পিছত এদিন ঘৰৰ বাহিৰলৈ ওলাল। তেজপুৰত সু-সংগঠিত আৰু ব্যাপকভাৱে চলি থকা অসহযোগ আন্দোলনত বিষ্ণুপ্ৰসাদ ৰাভাই সক্ৰিয়ভাৱে সহযোগ কৰিলেহি। ইফালে কোঁচবিহাৰত হুলস্থুল লাগিছিল। কোনে জেনকিন্স হাইস্কুল, ৰিজেণ্ট হাষ্টনিচনৰ বঙলাৰ সন্মুখত আৰু ৰাজ প্ৰসাদৰ সিংহদ্বাৰত 'ইউনিয়ন জেক' নমাই, তাৰ ঠাইত ত্ৰিৰঙ্গ পতাকা উৰুৱালে আৰু কোনে পোষ্টাৰ মাৰিলে, সেই কথা লৈ পুলিচ, চোৰাংচোৱা পিয়্‌পাপি দিলে। বহুত চেষ্টা কৰিও একো শুংসূত্ৰ পুলিচে বাহিৰ কৰিব নোৱাৰিলে। সেই নাটকীয় ঘটনা হয়তো ৰহস্যাবৃত্ত হৈয়েই থাকিল-হৈঁতেন, যদিহে বিষ্ণুৰাভাই তেজপুৰত 'স্বাধীনতা লাগে' বুলি ধ্বনি নিদিলেহি-হেঁতেন। এদিন তেজপুৰত অগণন জনতাই শোভাযাত্ৰা কৰি, ধ্বনি দি কাছাৰীৰ ফালে অগ্ৰসৰ হৈছিল। তেতিয়া পুলিচে বাধা প্ৰদান কৰি জনতাক ছত্ৰভঙ্গ দিয়াৰলৈ চেষ্টা কৰিছিল। পুলিচে শোভাযাত্ৰাকাৰী সকলক ঘৰলৈ যাবলৈ নিৰ্দেশ

দিছিল। বিষ্ণুপ্ৰসাদ ৰাভা আগবাঢ়ি গৈ সিংহৰ দৰে, বজ্ৰ কণ্ঠেৰে গৰজি উঠিছিল—"ৰাইজক ঘৰ নেলাগে। ৰাইজক লাগে স্বাধীনতা! মুক্তি!!"

গতিকে বিষ্ণু প্ৰসাদ ৰাভা পুলিচ চোৰ,ং চোৰাৰ চকুত পৰিল। কোঁচবিহাৰৰ পুলিচে বিষ্ণু প্ৰসাদ ৰাভাৰ কাৰ্য্যকলাপৰ বিষয়ে তেজপুৰৰ পুলিচলৈ বাৰ্ত্তা পঠিয়াই খবৰ জানিব খোজাত, তেজপুৰৰ পুলিচৰপৰা ৰাভাৰ অসহযোগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ বাতৰি পঠালে। সেই ৰিপোৰ্ট গৈ বৃটিছ চৰকাৰৰ হাতত পৰিলেগৈ। চৰকাৰে কলিকতা বিশ্ববিদ্যালয়ক নিৰ্দেশ দিলে যে বিষ্ণুপ্ৰসাদ ৰাভাক বি, এছ, ছি পৰীক্ষা দিবলৈ অনুমতি প্ৰদান কৰিব নেলাগে, আৰু ভিক্টোৰীয়া কলেজলৈও অনুৰূপ নিৰ্দেশ গ'ল। চৰকাৰে এটা নিৰ্দেশ যোগে বিষ্ণু প্ৰসাদ ৰাভাক কোঁচবিহাৰৰপৰা বহিষ্কাৰ কৰিলে। গতিকে ৰাভাই বি, এছ, ছি পৰীক্ষা সেই-বাৰো দিব নোৱাৰিলে।

কিছুদিন পিছত, কোঁচবিহাৰৰ ভিক্টোৰীয়া কলেজৰপৰা বহুত খাতিৰ বাতিৰ কৰি ট্ৰেন্সফাৰ চাৰ্টিফিকেটখন কোনোমতে সংগ্ৰহ কৰি ৰংপুৰলৈ গৈ, ৰংপুৰৰ 'কাৰ মাইকেল কলেজ'ত বি, এৰ চতুৰ্থ বাৰ্ষিকত ইংৰাজী বিষয়ত অনাৰ্চ লৈ নাম লগালেগৈ। যেনে তেনে বি, এ, পৰীক্ষাটো পাছ কৰাই তেওঁৰ উদ্দেশ্য আছিল। কাৰ মাইকেল কলেজতো তেওঁ ক্ৰিকেট আৰু হকিৰ কেপ্টেইন হৈছিল। ৰংপুৰৰ লগত কামৰূপৰ ওতঃপ্ৰোত সম্বন্ধ আছিল কাৰণে কামৰূপীয়া কথিত ভাষা ৰংপুৰীয়া কথিত ভাষাৰ মাজত বিশেষ পাৰ্থক্য নাছিল। কাৰ মাইকেল কলেজৰ শ্ৰীপঞ্চমী উৎসৱ উপলক্ষে বীণাপাণি সৰস্বতীৰ প্ৰতিমা এখন সাজি পূজাৰ বাবে বিষ্ণু ৰাভাই যেতিয়া উলিয়াই দিছিল, তেতিয়া সেইখন প্ৰতিমা দেখি কলেজৰ অধ্যক্ষ, অধ্যাপক প্ৰবক্তা, ছাত্ৰ-ছাত্ৰী আৰু ৰংপুৰৰ গণ্যমান্য নাগৰিকসকলে একমুখে স্বীকাৰ কৰিছিল যে সেইখন প্ৰতিমা একেবাৰে নিখুঁত প্ৰতিমা। গতিকে ৰাভাৰ প্ৰতিমাখনে প্ৰথম স্থান লাভ কৰিলে। সেইখনেই তেওঁৰ জীৱনৰ প্ৰথম প্ৰতিমা। ৰংপুৰৰ কাৰ মাইকেল কলেজৰ এটা অনুষ্ঠানত তলত দিয়া গীতটো গাই তেওঁ ভূয়সী প্ৰশংসা লাভ কৰিছিল।

"ৰাঙিয়ে দিয়ে যাওগো এবাৰ
যাবাৰ আগে,
আপন ৰাগে,
গোপন ৰাগে,
তৰুণ হাঁসিৰ অৰুণ ৰাগে।

যাবাৰ আগে যাওগো আমাৰ
জাগিয়ে দিয়ে,
ৰক্তে তোমাৰ চৰণ দোলা
লাগিয়ে দিয়ে।"

ৰংপুৰতো পুলিচ আৰু চোৰাংচোৱাৰ উৎপাত, অত্যাচাৰ আৰু নিৰ্য্যাতন চলিল। ইতিমধ্যে বি, এ, ৰ টেষ্ট পৰীক্ষা হ'ল। সকলো বিষয়তে সৰহ নম্বৰ আৰু ইংৰাজী অনাৰ্চ বিষয়তো সৰ্বোচ্চ নম্বৰ ৰাভাই পালে। কিন্তু চৰকাৰৰ নিৰ্দেশ-মতে, বিষ্ণু ৰাভাক কলিকতা বিশ্ববিদ্যালয়ে সেইবাৰো বি, এ, পৰীক্ষা দিবলৈ অনুমতি নিদিলে। ফলস্বৰূপে বিষ্ণু ৰাভাৰ অন্তৰত উমি উমি জ্বলি থকা জুইকুৰা আৰু জ্বলি উঠিল

## বিষ্ণু ৰাভাৰ আমদানি ৰপ্তানিৰ কাৰবাৰ

জীৱনৰ লক্ষ্য স্থিৰ কৰিব নোৱাৰি, ৰাভাই ৰংপুৰ এৰি গুৱাহাটী পালেহি। গুৱাহাটীত বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ লগত জড়িত হ'ল আৰু আমদানি ৰপ্তানিৰ কাৰবাৰ কৰিবলৈ ল'লে। মূলধন খটুৱালে ১০০ (এশ) টকা। তেতিয়া ১৯৩২ চন। বৰপেটাৰপৰা মাছ, জহা চাউল আৰু ঘিঁউ আমদানি কৰে। ঘিঁউখিনি গুৱাহাটীত ৰাখি, গুৱাহাটীতে বিক্ৰী কৰে। কাৰণ, ঘিঁউৰ বজাৰ গুৱাহাটীত ভাল। মাছ আৰু জহা চাউল শ্বিলঙলৈ ৰপ্তানি কৰে। থকা ঠাই লৈছিল ৰূপায়ণ আৰু বিজুলি চিনেমা হলৰ পিছফালে থকা খলিল বজাৰত। খলিলৰে মাটি কাৰণে নাম হৈছিল খলিল বজাৰ। তাত চাৰিটা দীঘল দীঘল টিনৰ ঘৰ আছিল। ঘৰকেইটাৰ কোঠালিবোৰ ১৫ ফুটকৈ বহল আৰু ১৫ ফুটকৈ দীঘল আৰু বেৰাবোৰ টিনৰ। তাৰে এটা কোঠালিত বিষ্ণু ৰাভা আছিল, আৰু আছিল কিছু-মান নিগনি। মাটিতে এটা প্ৰকাণ্ড আলমাৰি পৰি আছিল। আলমাৰিটোৰ ওপৰত সত্‌ৰঞ্চি, মিৰি জীন এখন, বিচনা চাদৰ এখন আৰু দুটা গাৰুৰে সৈতে সেইখনেই বিষ্ণু ৰাভাৰ বিচনা। মুৰৰ শিতানৰ ফালে আঠুৱাখন দিনত কোঁচাই থয়। ওচৰতে এখন কাঠৰ টেবুল, টেবুলৰ ওপৰতে এখন চাৰিচিটা হোৱা আৰ্চী আৰু এখন ফণী। সেইখন আৰ্চীত মুখ চালে একোখন মুখকে চাৰিখন দেখি। এবটল জবাকুসুম তেল আৰু কাগজো টেবুলতে থয়।" "কাগজবোৰৰ কোনোবা পাতত আধা লিখা গান, কোনোবা পাতত স্বৰলিপি, কোনোবা পাতত ছবি।" কিন্তু আটাইবোৰ অসম্পূৰ্ণ অৱস্থাত। টেবুলখনৰ সিকাষে মজিয়াত কেইখনমান খবৰ কাগজ পাৰি থৈছিল। তাৰ ওপৰতে এটা ডাঙৰ টিনৰ বাকচ আৰু এটা ছাল বাকলি নোহোৱা হাৰমনিয়াম আৰু এযোৰ তবলা। ডাঙৰ সত্‌ৰঞ্চি এখনো বাকচ-টোৰ কাষতে থুপাই থয়। কোঠাটোৰ সোঁফালে চুক এটাত তিনিচলা ইটাৰ এটা চৌকা। কাষতে দুটা মাটিকলহো আছিল। দুটা কেৰাহি, আৰু চচ্‌পেন এটা, এনামেলৰ চৰিয়া এটা, গিলাচ এটা আৰু দুখন কাঁচৰ থাল। এটা মলাচৰুৰ গাত খোৱাঁৰ চাব্‌। তাতে 'সদাগৰ'ৰ ৰন্ধা-বঢ়া হয়।

কোঠাটোৰ বাওঁফালে ডেৰটিং ঘিঁউ, আঢ়ৈ বস্তা চাউল, কাষতে কেইটামান ডাঙৰ পাছি জাপি থোৱা থাকে। পাছিৰ গাত মাছৰ বাকলি।

উজান বজাৰতে এদিন নটসূৰ্য্য ফণী শৰ্মাই বিষ্ণু ৰাভাক হঠাৎ লগ পাই দুয়ো

একেলগে থকাৰ সিদ্ধান্ত কৰাৰ পিছত ফণী শৰ্মা থলিঙ্গ বজাৰলৈ গৈ উক্ত তথ্যসমূহ আৱিষ্কাৰ কৰে। বিষ্ণু ৰাভাৰ তেতিয়া নীতি আছিল "বাণিজ্যে বসতি লক্ষ্মীঃ"। আমদানি-ৰপ্তানিৰ ব্যৱসায় কৰি কোন কোন কোটিপতি হৈছে, তেওঁলোকৰ নাম-ধাম বিষ্ণু ৰাভাৰ নখ-দৰ্পণত।

ফণী শৰ্মা বিষ্ণু ৰাভাৰ কোঠাত সোমোৱাৰ পিছত এটা ১৫।১৬ বছৰীয়া ল'ৰা সোমাই গ'ল। ৰাভাই তাক দুকাপ চাহ আৰু চাৰিটা ৰসগোল্লা আনিবলৈ পাঁচ অনা পইচা দিলে। সেই ল'ৰাটোৰ নাম কাঁহীৰাম—ৰাভাৰ লগুৱা। কাঁহীৰামৰ দৰমহা নাই। খাই বৈ থাকিব আৰু দিনে কিছুসময় হাৰমণিয়াম বজাব। সেই বন্দোবস্তুতে কাঁহীৰাম থাকি গ'ল। সিও এদিন গানৰ মজলিচ্ শুনিবলৈ আহি তেনেকৈ থাকি গ'ল। কাৰণ আমদানি-ৰপ্তানিৰ কাৰবাৰ কৰা বিষ্ণু ৰাভা 'সদাগৰ'ৰ কোঠাৰ মজিয়াত, সত্ৰঞ্চি পাৰি, থেপাথেপিকৈ একুৰিমাণ মানুহ বহি, গানৰ মজলিচ্ হয়। মথুৰা নামৰ বজাৰৰে বেপাৰী এজনে তবলা বজায়। ৰাতি ১২ মান বজাতহে বৈঠকী শেষ হয়। তাৰ পিছত কাঁহীৰামে টেকেলি এটাৰপৰা পাঁচোটামান ডাঙৰ জীয়া মাগুৰ মাছ উলিয়াই কাটি কুটিলৈ ভাত ৰান্ধে। ভাত ৰান্ধোতে সি গানো গাই থাকে। নিশা ডেৰমান বজাত ভাত হয়গৈ। এনামেলৰ কাঁহী দুখনত ফণী শৰ্মা আৰু বিষ্ণু ৰাভাক কাঁহীৰামে ভাত বাঢ়ি দিয়ে। বাটি নথকা কাৰণে ভাতৰ মাজতে গাঁত একোটা দুয়ো কৰি লয়। কাঁহীৰামে সেই গাঁততে মাছৰ আঞ্জা, অৰ্থাৎ এপোৱামানকৈ আলু, ডেৰ ডোখৰকৈ মাছ আৰু অলপ জোল দি যায়। কাঁহীৰামেও চৰিয়া এটাত ভাত খায়।

এদিন ৰাভা ফুৰিবলৈ ওলাই গ'ল। ঘৰটো খোলা। কাঁহীৰাম আছেই। ঘূৰি আহি ৰাভাই দেখিলেহি যে কাঁহীৰামে বিড়ি হুপি হুপি ৰাভাৰ বিচনাতে কাগৰ দি আছে। আন এদিন দেখিলে কাঁহীৰামে লগৰ ল'ৰা কেইটামান গোটাই লৈ চেনি মিহলাই ঘিঁউ খাই আছে। তাৰ পিছৰপৰা ৰাভা সতৰ্ক হ'ল। তেওঁ বাহিৰলৈ গ'লে আগতে কাঁহীৰামক বাহিৰলৈ উলিয়াই দুৱাৰত তলা মাৰি থৈহে যোৱা হ'ল।

ভাতপানী খাই উঠি ফণী শৰ্মাই সুধিলে—"বিষ্ণু, তোৰ আমদানি-ৰপ্তানি কাৰবাৰত অংশীদাৰ স্বৰূপে হয়তো সোমাব পাৰো নেকি?" ৰাভাই সুধিলে "ধন-বিত কিমান আছে?" ফণী শৰ্মাই "একুৰি দুটকা" আছে বুলি কোৱাত ৰাভাই সম্মতি জনালে। সেই দিনাৰ পৰা মাছৰ বাহিৰে বাকী দুটা বস্তু (জহা চাউল আৰু ঘিঁউ)ৰ কাৰবাৰত দুয়ো পাৰ্টনাৰ হৈ পৰিল।

কাৰবাৰটোৰ সকলো কথা ৰাভাই বিবৰি ক'লে। "ৰাতি চাউলখোৱা নদীত

মাছ মাৰি, সেই মাছ ৰাতিয়েই দুই বজাত বৰপেটাৰোড পোৱায়হি আন এজন অংশীদাৰে। ৰাতি আঠ বজাৰ বেলত সেই মাছ বুক কৰি দিয়ে গুৱাহাটীলৈ। গুৱাহাটীত থকা অংশীদাৰজনে পুৱা আঠ বজাত ৰেল আহি পোৱাৰ লগে লগে মাছ চম্‌জি লৈ ৯ বজাত শ্বিলঙলৈ যোৱা মালগাড়ীত উঠাই দিয়ে। শ্বিলঙত থকা অংশীদাৰজনে দুপৰীয়া সেই মাছ পাইকাৰী ৰেটত বিক্ৰী কৰি দিয়ে। কেতিয়াবা কেতিয়াবা চালানৰ মাছ গেলিও যায়। শ্বিলঙত গেলা মাছ বেচা টান নহয়। বৰপেটাৰপৰা জহাচাউল আৰু ঘিউ আহে। শ্বিলঙত জহা চাউলৰ বজাৰ ভাল। ঘিউৰ বজাৰ ভাল গুৱাহাটীত।..... প্ৰায় চাৰিমাহ মান কাৰবাৰটো ধুনীয়াকৈ চলিছিল। পাছলৈ স্থায়ী নহ'ল। মাছৰ ছালানৰ বেপাৰত পতন ঘটিল। "মাছৰ চালান বেয়ানো হ'ল কেনেকৈ বুলি শৰ্মাই সোধাত ৰাভাই ক'লে, "সকলো দোষ সেই হাৰমণিয়ামটোৰ।......গান শুনি শুনি কাঁহীৰাম পুৱা দহ বজালৈকে শুই থাকে। এদিন চাৰি পাছি মাছৰ ভিতৰত এপাছি গাইপ্‌। বাকী তিনি পাছিটো ভেনা মাখিয়ে ভোন্‌ ভোনালে। যি পালো, সেই দামতে গুৱাহাটীতে মাছখিনি বেচি দিলো। এনে ধৰণৰ ঘটনা এমাহৰ ভিতৰতে ছয়বাৰ হ'ল"।

## অংশীদাৰদ্বয়ৰ মহাকাশত চাং

তাৰ পিছত দুয়োজন অংশীদাৰে এখন বিৰাট আঁচনি কৰিলে। "কোঁঠাটোৰ পৰা প্ৰথমতে মাছখোৱাৰ চিনাকি মানুহজনৰপৰা অনা হাঁৰমণিয়ামটো, তাৰ পিছত তবলা, সত্‌ৰঞ্চি আঁতৰ কৰিব। তাৰ পিছত ৰাভা বৰপেটালৈ গৈ কাৰবাৰটো চালু কৰি আহিব। জহা চাউল আৰু ঘিউত যিখিনি লাভ হ'ব, তাৰে আধা ফণী শৰ্মাই পাব। লাভৰ ধন গোটখাই যেতিয়া শকত পুঁজি হ'ব, তেতিয়া ৰাভা বৰপেটালৈ যাব আৰু ফণী শৰ্মা শ্বিলঙলৈ গৈ, তাত থাকি বেলেগে কাৰবাৰটো আৰম্ভ কৰিব। গুৱাহাটীত দৰমহা দি এজন মানুহ ৰাখিব। শ্বিলঙত ফণী শৰ্মাই মাছ বেচিবও পাৰিব। সেইটো কথা অসমৰ কোনো মানুহে গমকে নেপাব। বেঙ্গলতো বহুত বামুণে মাছৰ কাৰবাৰ কৰেই। ত্ৰিশ হেজাৰ মান টকা হ'লেই দুয়ো এখন অসমীয়া কথাছবি প্ৰযোজনা কৰিব। কাম-কাজ কৰাত সুবিধা হ'বৰ বাবে দুয়ো দুখন মটৰ চাইকেল কিনি ল'ব।" এনেকৈ আঁচনিখন কৰোঁতে নিশা তিনি বাজিল। ৰাতিপুৱা ৯ মান বজাত ফণী শৰ্মাই সাৰপাই দেখে যে মজিয়াৰ সতৰঞ্চিত কাঁহীৰাম টোপনিত লালকাল। তাক জগাই দিয়াত সি ভেকাহি মাৰি বাগৰ সলাই আকৌ শুলে। ফণী শৰ্মাই হাত মুখ ধুই ওচৰৰে হোটেলত চাহ-শিঙাৰা খাই আহিলগৈ। দহ বজালৈকে ৰাভাও শুঠাত ফণী শৰ্মাই জগালে। ৰাভায়ে ভেকাহি এটা মাৰি বাগৰ সলাই আকৌ শুলে। এঘাৰমান বজাত ৰাভা সাৰ পাই, ঠেলি হেঁচি ধমক দি কোনোমতে কাঁহীৰামক জগালে। কাঁহীৰামৰ মুখত তেতিয়া হাঁহি নাই।

আজ্ঞা ল'বলৈ বাটি নথকাত ফণী শৰ্মাই দুটা বাটি কিনাৰ কথা ৰাভাক ক'লে। কাঁহৰ বাটি দুটা কিনি আনিবলৈ ৰাভাই কাঁহীৰামক টকা দুটা দিলে। কাঁহীৰাম বজাৰলৈ গ'ল। হাতত তিনিপোৱা থাহীৰ মঙহ লৈ কাঁহীৰাম ঘূৰি আহিল। ৰাভাই সুধিলে "মঙহ কিনাৰ আগতে বাটি দুটা কিনি নললি কিয়?" কাঁহীৰামে সবল যুক্তি প্ৰদৰ্শন কৰি বুজাই দিলে, "বাটি বজাৰত সদায় থাকিব। কিন্তু ভাল থাহীৰ মঙহ সদায় পোৱা টান। এতিয়া মানুহ তিনিটা হ'লো। মোৰ কাম বাঢ়িল। এনে অৱস্থাত বাটি দুটাও যদি চুৰা কৰোঁ, সেই সোপা ধুই মৰিব কোনে? পানী কঢ়িয়াব কোনে?" কাঁহীৰামৰ প্ৰবল যুক্তিৰ উত্তৰ বিচাৰি নেপাই ৰাভাই সুধিলে, কাঁহীৰাম বজাৰৰপৰা পয়চা ঘূৰি আহিছেনে নাই? "কাঁহীৰামে গেঙেৰি মাৰি ক'লে, "এতিয়া দুপৰীয়া এক বজাত হিচাপেই দিম নে ভাতেই ৰান্ধিম?'

## 'বহি বহিয়েই চাৰে বাৰ'

বিষ্ণু ৰাভা আৰু ফণী শৰ্মা থকা কোঠাটোৰ কাষৰ এটা কোঠা ভাৰাৰৈ লৈ বক্সিয়াৰ কণী বেপাৰী এজন আছিল। এদিন তেওঁৰ নামত এখন টেলিগ্ৰামআহিল— "দেউতাকৰ বৰ টান, যেনে আছা তেনে আহাঁ।" বেপাৰীজন সেইদিনাই আবেলি দুই বজাৰ ৰেলত যাবলৈ ওলাল। কিন্তু তেওঁৰ সমস্যা হ'ল আগদিনা অনা হাঁহ আৰু কুকুৰাৰ কণী দুটোম লৈ। সমস্যাটোৰ কথা বেপাৰীজনে ৰাভাক কৈ কণী দুটোম ৰাভাৰ কোঠাতে থৈ যাব খুজিলে। ৰাভাই ফণী শৰ্মাক ফুচ্‌ফুচাই ক'লে "আমিয়েই কিনি থওঁ দে। তিনিদিন মানৰ আগতে কঁহীবামে দুযোৰে কণী বজাৰৰ পৰা নগদ ছ অনা দি কিনি আনিছিল। গতিকে বজাৰ ভাও মোৰ জনা আছে। ব্যৱসায়ত অভিজ্ঞতাও হৈছে। তোৰ অভিজ্ঞতা নাই। গতিকে তই মনে মনে কাৰবাৰৰ লেখ অলেখ চাই থাক। মই তাৰ লগত কথা বতৰা পাতোঁ। তেনেতে হাতত কণীৰ টোম দুটা লৈ বেপাৰীজন ৰাভাৰ কোঠাৰ দুৱাৰ মুখত হাজিৰ। কণীখিনি ল'ব'লৈ যেন সমূলি ইচ্ছা নাই, এনে এটা ভাৱ প্ৰকাশ কৰি ৰাভাই বেপাৰীজনক ক'লে "মোৰ ইয়াত ঠায়েই নাই। আজি জহা চাউলো অহাৰ কথা আছে। তথাপিও আপোনাৰ অসুবিধা হৈছে যদি, দাম-দৰত পাতিলে মৱেই কিনি থওঁ।" মানুহজনে ক'লে, "ন্যায়মতে, আপোনাৰ যি ইচ্ছা তাকে দিয়ক।" ক্ষন্তেক টলকা মাৰি ৰাভাই ক'লে. "কণীৰ যোৰাই খুচুৰা ভাও দুই অনা। মই পৰহি দুযোৰ আনিছো। আপুনি যদি মোক দু অনাকৈ দিব পাৰে, মই ল'ব পাৰোঁ।" মানুহজনে একো নামাতি ৰাভাৰ মুখলৈকে ৰ'লাগি চাই থাকিল। ৰাভাই হিচাপ কৰিলে। "আপোনাৰ চাৰিশ কণীৰ যোৰে দু অনাকৈ, দুশ যোৰাত পঁচিশ টকা হয়।" ফণী শৰ্মালৈ চাই ক'লে, "বাৰিন তোৰ তাত থকা বাইশ টকাৰে কুৰি টকা দে।" বাকী টকা টিনৰ বাকচৰপৰা উলিয়াই ৰাভাই মুঠ পঁচিশ টকা মানুহজনক দিয়াত, মানুহজনে মাত বোল নকৰাকৈ গুচি গ'ল। তেতিয়া ৰাভাই বিচনাতে বহি, মিচিকমাচাক হাঁহি বলিনলৈ চাই ক'লে, 'মানুহটোৱে একো নক'লে, বেয়া পালে হ'বলা। পাবলৈ দিয়া—কোনোবাই ভাল পোৱা বেয়া পোৱালৈ কেৰেপ কৰিলে কাৰবাৰ নচলে। আমি কিবা জোৰ কৰি ল'বলৈ গৈছোনে? দেখিলি কাৰবাৰৰ কালিকা? বহি বহিয়েই চাৰে বাৰ। দুশ যোৰাত, যোৰাই তিনি অনাকৈ বেচিলে চাৰে বাৰ টকা লাভ।"

# মেকুৰীয়ে কেৰাহীও ধুই থৈ যায়

সেইদিনাই দুপৰীয়া কাঁহীৰামে মাগুৰমাছো ৰান্ধিছে পাচোটা। ইয়াহ ৰুণীও সিজাইছে তিনিটা। ৰাতিপুৱা একোটাকৈ কুকুৰা কণী খাইছেই। মাংসও আনিলে তিনিপোৱা। কাঁহিৰামে ভাত ৰান্ধিছে। দিনৰ ভেৰ বাজিল। মাংস ভালকৈ সিজাই নাই। গতিকে কণী, এহেতাকৈ ঘিউ আৰু মাগুৰ মাছৰ আঞ্জাৰে ফণী শৰ্মা আৰু বিষ্ণু ৰাভাই ভাত খাই বিচনাত পৰাৰ আগতে কাঁহীৰামক তেওঁলোকৰ ভাগৰ মাংসখিনি ভালকৈ ঢাকি থ'বলৈ ক'লে। ৰাতি দিনৰ মঙহখিনিৰে ৰুটি খোৱাৰ সিদ্ধান্ত কৰি, ফণী শৰ্মাই ৰুটি কিনি আনিলেগৈ। কাঁহীৰামে আবেলিতে পুৱণি থেকেৰা আনি খোৱা দুয়ো লক্ষ্য কৰিলে। ৰুটি ভাগ কৰি মাংসখিনি আনিবলৈ কোৱাত কাঁহীৰামে ক'লে, "দুপৰীয়া শুই থাকোঁতে মঙহখিনি মেকুৰীয়ে খালে।" দুয়ো কেৰাহীটো ধুই থোৱা দেখি সেই বিষয়ে সোধাত কাঁহীৰামে ক'লে, "মেকুৰীয়ে ভালকৈ চেলেকি খাই ধুই থৈ গৈছে।" পিছদিনা কাঁহীৰামৰ অৱস্থা কাহিল। হস্পিটেললৈ নি চিনাকি ডাক্তৰ এজন পাই ভৰ্ত্তি কৰাই থৈ আহিল। কাঁহীৰামৰ বেমাৰ তেজগ্ৰহণী।

## "পাপীষ্ঠ কাঁহীৰাম"

আবেলি দুয়ো পাৰ্টনাৰ বজাৰত কণী বেচিবলৈ গৈ, বজাৰত কণীৰ দৰ-দাম সুধি গম পালে যে কণীৰ যোৰাই পয়চাহে। গতিকে চাৰে বাৰ টকা লাভৰ ঠাইত চাৰে বাৰ টকা দেখাঁদেখি লোকচান। ৰাভাই গৰজি উঠি, দাঁত কৰচি ক'লে, "পাপীষ্ঠ কাঁহীৰাম। ছয় পয়চা যোৰাৰ কণী সি মোক তিনি অনাত খুৱাই আছে।

কণী দুটোম বেচা নহ'ল আৰু। এটোম ইতিমধ্যে শেষেই হ'ল। পুৱা আৰু আবেলি একোটাকৈ সিজোৱা কণী দুয়ো খায়। ভাতৰ লগত মাগুৰ মাছৰ আঞ্জা, একোটাকৈ সিজোৱা হাঁহকণী আৰু এহঁতাকৈ ঘিউ, জহা চাউলৰ ভাতৰ লগত খাবলৈ ধৰিলে। দ্বিতীয় টোমটোৰ কণী শেষ হোৱাৰ পিছত দুয়ো বজাৰলৈ গৈ পুৰণি থেকেৰা কিনি আনি, থেকেৰাৰ পানী খাবলৈ ধৰিলে। তাৰ পিছৰপৰা আমিষ এৰি নিৰামিষত ধৰিলে বাণিজ্যৰ ফলস্তে ইতি।

থেকেৰা পানী খাই সন্ধিয়া ৰাভাই আপোনমনে গান আৰম্ভ কৰিলে।

"তুহিদ কা ডঙ্কা আলাম মে—
  বজোৱা দিয়া কামলি গুৱালানে?
হে কেন্সা ইল্লাহো ইলাল্লা
  ফৰমা দিয়া কামলি গুৱালানে।

মথুৰাই হাতত থকা ছাটিটোতে তবলা বজাই তাল-ফাল লগালে। কণীৰ কাৰবাৰৰ লোকচানৰ বেদনা পলাই পত্ৰং দিলে।

## "ধৰ এই বাব্‌ৰীৱালাক ধৰ"

কেইদিনমানৰ পিছতে বৰপেটাৰপৰা দুজন মানুহ গৈ ৰাভাক ফুটবল খেলৰ প্ৰতিযোগিতাত তেওঁলোকৰ টীমৰ হৈ খেলিবলৈ অনুৰোধ কৰিলেগৈ। ফণী শৰ্মাকো গলকিপাৰ হিচাপে যাবলৈ অনুৰোধ কৰিলে। বৰপেটা ৰাভাৰ চিনাকি, কাৰণ তাৰ চৰকাৰী চিকিৎসালয়ত ভিনিহিয়েক ডাক্তৰ ধঁৱাৰাম মেচে চাকৰি কৰে কাৰণে ৰাভা প্ৰায়েই তাত থাকেগৈ। কেইবাটাও টীম আছিল। দহদিনমান খেলাৰ পিছত ৰাভা আৰু ফণী শৰ্মাই খেলা টীমটো ফাইনেলত প্ৰবেশ কৰিলেগৈ। ৰাভাই চেণ্টাৰ ফৰোৱাৰ্ডত খেলিছিল। তেওঁ বলটো পালেই খেল চোৱা ল'ৰা-বোৰে চিঞৰে, "ধৰ এই বাব্‌ৰীৱালাক ধৰ।" ৰাভাৰ চুলিবোৰ আছিল কেকোৰা। তেল নঘঁহাকৈ থাকিলে বাব্‌ৰী শাকৰ নিচিনা হৈ থাকে। যেই হওক, বাব্‌ৰী-ৱালাৰ টীমটো ফাইনেলত জিকি কাপটো পালে। টীমটো জিকাৰ বাবে দুটা পাঠা মাৰি সকলোৱে লগলাগি ভোজভাত খালে।

তাৰ পিছতে সৰভোগৰ বৰনগৰতো দুয়ো পাৰ্টনাৰ খেলিবলৈ গ'ল। তাতো বাব্‌ৰীৱালাৰ টীম জিকিছিল। 'বাব্‌ৰীৱালা'ই বল পালে বিপক্ষদলৰ গল'কীপাৰৰ চুৰ্ত্তি হেৰাই যায়।

কলিকতাৰ 'ওৱাই-এম-চি-এৰ দলত ফুটবল খেলিবলৈও ৰাভাক নিমন্ত্ৰণ কৰিছিল। ৰাভা তালৈ গৈ ধেমালিৰ সুৰতে কৈছিল, "মই খেল খেলিব নেজানো বুলি জানিও, তোমালোকে জোৰ কৰিছা যেতিয়া, ঠিক আছে, —খেলিম বাৰু। কিন্তু মই একেবাৰে গোল পোষ্টতহে খেলিম। মোৰ বুকুত বল লাগিলে বলহে ফাটি যাব—মোৰ বুকুৱে গমকে নাপাব।" ফুটবল, হকি, ভলীবল, ক্ৰিকেট, বেডমিণ্টন, হুডুগুডু, টাংগুটি, টোপখেল, ঘোঁৰাদৌৰ আদি বৰ ভালকৈ জানিছিল। তেওঁ সাঁতুৰিবও জানিছিল। কলিকতাত ভলীবল খেলি 'অল বেঙ্গল চেম্পিয়ন' হৈছিল। শান্তিনিকেতনত কলিকতাৰ ওৱাই-এম-চি-এ দলৰ হৈ ফুটবল খেলিছিল। ধুবুৰী নলবাৰী আৰু তেজপুৰতো নানা খেল খেলি ক্ৰীড়ামোদী ৰাইজক বৰ আমোদ দিছিল। তেওঁ এজন নিপুণ মুষ্টিযোদ্ধাও আছিল।

## নৃত্যশিল্পী বিষ্ণুৰাভা

সৰুকালত ঢাকাত থাকোঁতে ৰাভাই ঢাকাৰ লায়ন থিয়েটাৰৰ ওস্তাদ কালাচান্দৰ ওচৰত নৃত্যশিক্ষা লাভ কৰিছিল। ১৯২৮ চনত ৰাভা কলিকতাত পঢ়ি থাকোঁতে কলিকতাৰ এম্পায়াৰ থিয়েটাৰত ছোভিয়েত ৰুছিয়াৰ বিশ্ববিখ্যাত নৃত্য পটিয়সী প্ৰাইমা বেলোৰিনা আনা পাভ্‌লোভাই 'ৰাজহংসী' নৃত্য প্ৰদৰ্শন কৰিছিল। ৰাভাই সেই নৃত্যটো চাই বৰ ভাল পাইছিল। পিছদিনা তেওঁ আনা পাভ্‌লোভাৰ ওচৰলৈ গৈ নৃত্য শিকাই দিবলৈ অনুৰোধ কৰাত, আনা পাভ্‌লোভাই কৈছিল, "ভাৰতত নৃত্য শিক্ষা লাভ কৰা অতি সহজ। নৃত্যৰ সকলো বস্তুৱেই ইয়াত আছে। ঠায়ে ঠায়ে সিঁচৰিত হৈ থকা শিলৰ মূৰ্ত্তিৰ ভঙ্গিমাকেই গতিশীল কৰি তালত পেলাই দিলেই ভাৱব্যঞ্জক নৃত্য হ'ব।"

ৰাভাই ভাবি চালে যে কথাষাৰ সঁচা। আমাৰ অসমতো কমবোৰ নৃত্য আছেনে? নৃত্যৰ আনুসঙ্গিক বাদ্যযন্ত্ৰও আছে অসংখ্য। ওজাপালি নৃত্য, শুকন্নানি ওজাপালি নৃত্য, দেওধনী নৃত্য, পুতলা নৃত্য, সত্ৰীয়া নৃত্য, চালি নৃত্য, ঝুমুৰা, নাদুভঙ্গী, প্ৰবেশ নৃত্য, সূত্ৰধাৰী নৃত্য, নটুৱা নৃত্য, অপেশ্বৰী নৃত্য, বাহাৰ নৃত্য, বৰ প্ৰবেশ নৃত্য, গোপী নৃত্য, ৰাম নৃত্য, বিষ্ণু নৃত্য, ৰণচণ্ডী নৃত্য, বাথৌ নৃত্য, তাণ্ডৱ নৃত্য আৰু বহুতো। সেই কাৰণে ৰাভাই গাঁৱে গাঁৱে, সত্ৰই সত্ৰই, শদিয়াৰ পৰা ধুবুৰীলৈকে অজ্ঞাতবাসৰ কালছোৱাত ঘূৰি ফুৰি ১৯৪৮ৰ পৰা ১৯৫২ লৈকে) বাদ্যযন্ত্ৰ, ভোৰতাল, তাল, খুটি তাল, খোল, মৃদং, তবলা, ডবা, কাঁহ, শঙ্খ, ঘণ্টা, ঢোল, জয়ঢোল, পেপা, তকা, বাঁহী, গগনা, চিফুং, কৰতাল আদি বহুতো বাদ্য যন্ত্ৰৰ স্কেটচ্ আঁকি যতনেৰে সামৰি থৈছিল। তেখেতে এদিন সেইবোৰ দেখুৱাইছিল কাৰণে মনত আছে। এতিয়া অমূল্য সম্পদখিনি আছেনে নাই নেজানো।

গতিকে ৰাভাই ১৯২৮ চনৰ পৰাই দেশী-বিদেশী সঙ্গীত-নৃত্য বিষয়ক গ্ৰন্থ অধ্যয়ন কৰিবলৈ ধৰিলে। নৃত্য শিকিবলৈ তেওঁ দৃঢ় সংকল্প হ'ল। "গীতং বাদ্যং তথা নৃত্যং এবং সঙ্গীতম্ ইঠ্যতে"—সঙ্গীতৰ এই গীত, বাদ্য, নৃত্যৰ সমাবেশ। 'নট্' ধাতুৰ পৰা 'নাট' শব্দৰ সৃষ্টি হৈছে। এই ধাতুৰ অৰ্থ হৈছে নাট বা নৃত্য কৰা। গ্ৰীচ দেশৰ বিশ্ববিখ্যাত দাৰ্শনিক পণ্ডিত প্লেটোৰ মতে 'কলা' হৈছে প্ৰকৃতিৰ অনুকৰণ।

নৃত্যকলাৰ বিষয়ে অধ্যয়ন কৰি ৰাভাই লিখিছিল, "আৰ্ট অবিহনে একোজেই

নীতিয়ে পূৰ্ণতা লাভ নকৰে।……আৰ্ট বিহীন পৰিশ্ৰম পাশৱিকতাৰ প্ৰতীক স্বৰূপ। আৰ্টৰ ভিতৰত গভীৰ অৰ্থ নিহিত আছে। জীৱন মানেই এটা সমষ্টি; আৰু আৰ্ট হ'ল তাৰ প্ৰধান অংশ। ……যেনে ভেট্ৰো ক্ৰোচেৰ মতে আৰ্ট হৈছে সপোন, কল্পনা, এটা মনৰ সহজ শক্তি যি শক্তিৰে সত্য, শিৱ, সুন্দৰৰ উপলব্ধি হয় অতি সহজভাৱে। কল্পনা মানে আৰ্টিষ্টৰ মনৰ কল্পনাৰ ছবি আনৰ মনত জগাই তোলা, গায়কৰ অন্তৰৰ ৰস আনৰ অন্তৰত গঢ় দি সজোৱা, চিত্ৰকৰৰ মানস চক্ষুত ভাঁহি উঠা ৰূপপটত ৰহণ লগাই আঁকি আনৰ মানস চক্ষুত সেই ৰূপৰ হুবহু অনুৰূপ ৰূপায়তন কৰা। হিন্দুভাৱৰ মতে, যি নিজে আনন্দৰ ৰূপ লৈ প্ৰকাশ পায়, অৰ্থাৎ নিজে প্ৰকটিত হৈ আনৰ মনত আনন্দ সঞ্চাৰ কৰে, সেয়ে আৰ্ট।……ইউৰোপে বুজিছে যে, এইদৰে আত্ম সমাহিত, সংযত ভাব কম জাতিয়েহে ভাবিব পাৰে। এই-টোও সিহঁতে ভাবিছে যে, এই বুদ্ধমূৰ্ত্তি স্থিতিমূলক ৰূপৰ এটা শ্ৰেষ্ঠ নিদৰ্শন। কিন্তু ইয়াৰ আঁৰত লুকাই থকা অন্তৰ্নিহিত শক্তি সকলোৱে চকুত নপৰে। যি শক্তিৰে অঙ্গ-প্ৰত্যঙ্গৰ প্ৰত্যেক চঞ্চল পৰমাণু বশীভূত হয়। গতিশীল ব্ৰহ্মৰ প্ৰত্যেক অণুত সুস্পষ্টভাৱে এই শক্তি প্ৰকটিত আৰু প্ৰকাশিত হয়। এই শক্তি উদ্ভাসিত কৰা আৰু এনে আৱৰ্ত্তনাক দেৱৰূপে কল্পনা কৰা সম্ভৱ কেৱল ভাৰতবৰ্ষৰ হিন্দু সভ্যতাত। এই বিৰাট উপলব্ধিৰ অসীম আৰু শ্ৰেষ্ঠদান হৈছে ভাৰতৰ তুৰীয় ( Cosmic ) নটমূৰ্ত্তি যাৰ সমান কল্পনা বা তুলনা অথবা উদাহৰণ জগতৰ কোনো সভ্যতাই দিব পৰা নাই। বিশ্ব কলায়তনত ই ভাৰত সভ্যতাৰ অপাৰ্থিব দান। এই নট মূৰ্ত্তি-বিলাকৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ হৈছে নটৰাজ শিৱৰ ভূজঙ্গললিত নৃত্যৰত নটমূৰ্ত্তি। কেনে অদ্ভুত আৱৰ্ত্তনা সেই মূৰ্ত্তিত বিৰাজ কৰিছে। এই গতিমূলক আৱৰ্ত্তই হৈছে বিশ্বৰ ছন্দ, যি ছন্দত সৌৰজগত গ্ৰথিত আৰু আৱৰ্ত্ত, প্ৰত্যেক অণুৰ ভিতৰতো সেই ছন্দই প্ৰতিষ্ঠিত। এই ছন্দই নৃত্য ছন্দ। এই নৃত্যই সৌৰজগতৰ কোটি-কল্পীয়া চিৰন্তন নৃত্য। ……এই নৃত্যতেই বিশ্বই দেখে বিশ্বচক্ৰৰ ঘূৰ্ণ্যাৱৰ্ত্ত। অথচ সেই নাচোনৰ কোনো ঐহিক লঘুতা বা হাত ভৰিৰ অনিৰ্দ্দিষ্ট সঞ্চালন বা তৰল আৱৰ্ত্তন নাই। এই নৃত্যৰ ললিত গতিচক্ৰৰ মাজেদি বিশ্বৰ গূঢ়তম আদৰ্শ বা ইঙ্গিত বিৰিঙি ওলায়। সেই গূঢ়তম আদৰ্শই হৈছে পঞ্চকৃত্য। এই পঞ্চকৃতই হৈছে সৃষ্টি, স্থিতি, সংহাৰ, তিৰোভাৱ আৰু অনুগ্ৰহ। শিৱৰ ডম্বৰুৰপৰা সৃষ্টি, অভয় মুদ্ৰাৰপৰা ৰক্ষা, অগ্নিৰপৰা প্ৰলয়, উৰ্দ্ধ-উৎক্ষিপ্ত চৰণ মুক্তি, উত্তোলিত চৰণৰ ফালে চতুৰ্থ হাতৰ দৃষ্টি আৱাহন কৰাটো অনুগ্ৰহ বুজায়। ক্ষিতি, অপ, তেজ, মৰুৎ আৰু ব্যোম পঞ্চভূত এই বিৰাট নটলীলাৰ চঞ্চল হৈ উঠে।"

"বোৰ্থেনষ্টীনৰ ( Borhenstein ) মতে ভাৰতত দুটি ধাৰা; স্থিতি আৰু গতি। এই দুটিৰ সানমিহলিততহে জগতৰ সৃষ্টি জাগ্ৰত।"

"এনে নটৰাজ শিৱই নৃত্যৰ স্ৰষ্টা। তেওঁৰ কৃপাতেই তণ্ডু আদিয়ে নৃত্যশিক্ষা কৰি ভৰতক মহাদেৱৰ আদেশ পাই শিকালে। এই ভৰত মুনিয়েই পৃথিৱী নৃত্য প্ৰবৰ্ত্তয়িতা।......নৃত্য শাস্ত্ৰত বিশেষ জ্ঞান লাভ কৰিবলৈ হ'লে সকলোতকৈ বেছি সাধনা আৰু অভ্যাস কৰা আৱশ্যক।......এই নৃত্যকলা সকলোতকৈ কঠিন কলা। ভৰত মুনিৰ দ্বাৰা ৰচিত 'নাট্যশাস্ত্ৰ' আৰু টীকাকাৰ হৈছে বিখ্যাত কাশ্মিৰী লিখক অভিনৱ গুপ্ত। এই শাস্ত্ৰৰ টীকা 'অভিনৱ ভাৰতী' নামে প্ৰখ্যাত।......এই নাট্য শাস্ত্ৰ হৈছে এটা প্ৰকাণ্ড ৰঙ্গমঞ্চ বিজ্ঞান। কবি, লেখক আৰু অভিনেতাৰো ই আহি।.... .. মহাদেৱে... তণ্ডুক মাতি আনি ক'লে—"তণ্ডু! তুমি ভৰতক অঙ্গহাৰ বিলাকৰ প্ৰয়োগ ভালকৈ দেখুৱাই দিয়া।" তাৰ পিছত তণ্ডুৱে ভৰতক অঙ্গহাৰ বিলাকৰ প্ৰয়োগ দেখুৱাই আৰু তাৰপৰাই প্ৰসিদ্ধ তাণ্ডৱ নৃত্যৰ উৎপত্তি হ'ল।......

ভাৰতীয় নৃত্যৰ দুটি ৰূপ দেখা যায়। "তাণ্ডৱ" আৰু "লাস্য।" এই তাণ্ডৱৰো আকৌ দুটা বিধ আছে; "পেৰলি" আৰু "বহুৰূপ,"......"লাস্য নৃত্যও দুবিধ; "স্ফুৰিত লাস্য" আৰু "যৌৱন লাস্য"......"মানৱৰ সভ্যতাৰ ক্ৰমবিকাশৰ লগে লগে নৃত্য চৰ্চ্চাও ক্ৰমান্বয়ে বাঢ়ি আহিছে। প্ৰত্যেক নৃত্যকাৰে ভৰত মুনিৰ সতৰ্কবাণী সুঁৱৰি সাৱধান হোৱা উচিত, যি বাণী তেওঁ বুকুৰ তেজেৰে লিখা নৃত্যপ্ৰধান নাট্য-শাস্ত্ৰৰ সামৰণি মাৰোঁতে কৈছিল,—"এই নাট্যশাস্ত্ৰ নষ্ট নকৰিবা। ইয়াক বৰ দুখেৰে প্ৰবৰ্ত্তন কৰা হৈছে। এই শাস্ত্ৰ মহাশ্ৰয়, মহাপুণ্য আৰু বেদাঙ্গোপাঙ্গ সম্ভৱ।"

"মা বৈ প্ৰণশতো মেয়্নাট্যং দুঃখাৎ প্ৰবৰ্ত্তিতম্।
মহাশ্ৰয়ং মহাপুণ্যং বেদঙ্গোপাঙ্গ সম্ভৱম্॥"

যি বাণী পঢ়িলে গাৰ নোম শিয়ঁৰি উঠে, হৃদয় জন্-জনাই যায়, নাট্যশাস্ত্ৰ বুকুত লৈ থাকিবলৈ ইচ্ছা কৰে, প্ৰত্যেক গ্ৰন্থ জিভাত লৈ ফুৰিবলৈ মন যায়, নৃত্যৰ সকলো পদ্ধতি আয়ত্ব কৰি নাচি-বাগি দেৱতুল্য হ'বলৈ আকাঙ্খা হয়।"

তাণ্ডৱ নৃত্যৰ বিষয়ে ৰাভাদেৱে লিখিছিল, "শিৱৰ ধীৰ, স্থিৰ নাচো তাণ্ডৱ। কেৱল ধ্বংসৰ কাৰণেই তাণ্ডৱ নহয়। শিৱৰ নাট, সৃষ্টিমূলক ৰূপান্তৰৰ সুৰৰ ঝঙ্কাৰও ঝঙ্কৃত হৈ চঞ্চল হৈ উঠে। এই নৃত্যই ভক্তৰ প্ৰাণত মুক্তিৰ আনন্দ দিয়ে। এই শিৱ নৃত্য সৃষ্টি-প্ৰবাহৰ সোঁতত বৈ সমগ্ৰ জাগ্ৰত জগতত প্ৰতিফলিত হৈছে।

ভাৰত নৃত্য-শাস্ত্ৰত শিৱৰ এশ-আঠোটা নৃত্যই লৌকিক এশ আঠোটা বিধানত পৰিণত হৈছে।"

১৯৩১ চনৰ মাঘবিহুৰ সময়ত তেজপুৰৰ বাণ ৰঙ্গমঞ্চত মণিপুৰৰ শিল্পীদল এটাই "হৰ পাৰ্ব্বতী নৃত্য" প্ৰদৰ্শন কৰিছিল। নৃত্য চাই দৰ্শকে মন্তব্য কৰিছিল'এনে নৃত্য অসমীয়া শিল্পীয়ে প্ৰদৰ্শন কৰিব নোৱাৰে'। কথাষাৰ ৰাভাৰ কাণত পৰাত, মণিপুৰী দলটোৰ লগত কথাপাতি থিৰাং কৰিলে যে পিছদিনা তেওঁ সেই নৃত্য পৰিবেশন কৰি দেখুৱাব, কিন্তু খোল বাদকজন আৰু পাৰ্ব্বতী হোৱা ছোৱালীজনী মণিপুৰী দলৰে থাকিব। কথামতেই কাম। পিছদিনা সহস্ৰাধিক দৰ্শকৰ উপস্থিতিত ৰাভাই মণিপুৰী শিল্পী জনতকৈও ভালকৈ নৃত্য প্ৰদৰ্শন কৰাত, মণিপুৰী দলটোৰো মুখত মাত হৰিল। দৰ্শকৰ হাত চাপৰি জাউৰীয়ে জাউৰীয়ে পৰিল।

১৯৩৭ চনত ৰাভাই 'প্ৰাচীন কামৰূপ নৃত্য সংঘ'ত যোগদান কৰে। সেই অনুষ্ঠানৰ জন্মদাতা জীৱেশ্বৰ গোস্বামী, সুৰেশ গোস্বামী, প্ৰদীপ চলিহা। জন্মস্থান শিলং। তেওঁলোক কলিকতালৈ গৈ 'গ্লোব' থিয়েটাৰত 'কামৰূপ-সৃষ্টি' নামৰ তাণ্ডৱ-নৃত্য প্ৰদৰ্শন কৰি ৰাভাই দৰ্শকক চমক খুৱালে। বঙ্গদেশৰ সদয় দত্ত, বিশ্ববিখ্যাত নৰ্ত্তক উদয়শংকৰ, খ্যাতনামা নৰ্ত্তকী সাধনা বসু আদিয়ে ৰাভাক ভূয়সী প্ৰসংশা কৰিলে। তাণ্ডৱ নৃত্যৰ ১০৮ কৰণ নিখুঁত ভাৱে প্ৰদৰ্শন কৰাত নৃত্যশাস্ত্ৰ বিশাৰদ সকল আচৰিত হৈ পৰিল। সদয় দত্তই ৰাভাক আকোঁৱালি ধৰি সুধিলে, "ওহে চোকৰা, তোমাৰ নৃত্যে এত সৰলতা এবং পবিত্ৰতা কোথা থেকে পেলে?" ৰাভাই উত্তৰ দিলে, "আমাদেৰ শঙ্কৰী ধৰ্মেৰ অনুষ্ঠান থেকে।" সত্ৰীয়া নৃত্যবোৰ দেখি সদয় দত্তই কৈছিল যে সুন্দৰতম্ নৃত্যসমূহৰ প্ৰবৰ্ত্তক শ্ৰীমন্ত শংকৰদেৱে ইমান সুন্দৰ নৃত্যৰ সৃষ্টি কৰি থৈ গল; তেওঁৰ দূৰদৃষ্টি আৰু প্ৰতিভা কিমান মহৎ আছিল তাক ভাবিবই নোৱাৰি। উদয়শঙ্কৰেও ৰাভাৰ নৃত্য দেখি হিন্দী আলোচনী "সংগীততে ৰাভাৰ নৃত্য প্ৰংশসা কৰি কৈছিল, "ৰাভাৰ নৃত্যত এনে কিছুমান বৈশিষ্ট্য আছে, যিবোৰ তেওঁৰ পৰা শিকিব লাগিব।" এনে মন্তব্য অসমীয়াৰ কাৰণে গৌৰৱপূৰ্ণ।

১৯৪০ চনত কলিকতাৰ ষ্টাৰ থিয়েটাৰত শুৱলা বঙলা ভাষাত নৃত্যকলা বিষয়ত সৰ্বভাৰতীয় নৃত্যৰ বিষয়ে গভীৰ বক্তৃতা দি জ্ঞানৰ পৰিচয় দিয়ে। তাৰ পিছতে স্কুথন কলেজ আৰু কলিকতাৰে কেইবাটাও সাংস্কৃতিক অনুষ্ঠানে ৰাভাক নিমন্ত্ৰণ জনোৱাত, তাতো নৃত্যকলা সম্পৰ্কে গুৰু গম্ভীৰ বক্তৃতা দিয়েগৈ।

## 'ভাৰতৰ শ্ৰেষ্ঠ কলাবিদ' আৰু 'কলাগুৰু'

১৯৪০ চনতে কাশী হিন্দু বিশ্ববিদ্যালয়ৰপৰা নৃত্য পৰিবেশন কৰিবলৈ নিমন্ত্ৰণ পাই ৰাভা কাশীলৈ গ'ল। কাশী হিন্দু বিশ্ববিদ্যায়ত ইতিমধ্যে ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰপৰা গায়ন, বায়ন, নৰ্ত্তক আদি গৈ গোট খাইছিলগৈ। বিশ্ব-বিখ্যাত নৰ্ত্তক উদয়শঙ্কৰো তাত উপস্থিত আছিল। অনুষ্ঠান আৰম্ভ হ'ল। অসমৰ বিষ্ণু প্ৰসাদ ৰাভাই শিৱৰ তাণ্ডৱ নৃত্য প্ৰদৰ্শন কৰিলে। সভাঘৰ কাঁহ পাৰি জীন গ'ল। দৰ্শকবৃন্দ নৃত্য চাই মোহিত হ'ল। নৃত্য শেষ হোৱাৰ পিছত দৰ্শকে জাউৰীয়ে জাউৰীয়ে হাত্তচাপৰি বজাই ৰাভাক ভূয়সী প্ৰশংসা কৰিলে। ৰাভাই নৃত্যত, ৰতিপতি শিৱৰ তপস্যা ভঙ্গৰ বাবে আগমন, শিৱৰ কোপ, তাৰ পিছত তাণ্ডৱ নৃত্যত ১০৮ বিধ নৃত্যৰ কৰণ প্ৰদৰ্শন কৰি, কাশী হিন্দু বিশ্ববিদ্যালয়ৰ সেই সময়ৰ উপাচাৰ্য্য ড° সৰ্বপল্লী ৰাধাকৃষ্ণণৰপৰা সোণৰ পদক লাভ কৰিলে। লগতে ভাৰতবৰ্ষৰ শ্ৰেষ্ঠতম সাংস্কৃতিক সম্মান "ভাৰত শ্ৰেষ্ঠ কলাবিদ" আৰু "কলাগুৰু" উপাধি লাভ কৰিলে। উদয়শঙ্কৰৰ নটৰাজ নৃত্যতকৈ ৰাভাৰ তাণ্ডৱ নৃত্য বহুগুণে শ্ৰেষ্ঠ হৈছিল বুলি বহুতো দৰ্শক, ব্যক্তি আৰু বাতৰি কাকতে মন্তব্য প্ৰকাশ কৰিলে। উদয়শঙ্কৰে নিজেও সেই কথা স্বীকাৰ কৰিলে।

১৯৫৯ চনত মাৰ্ঘেৰিটাৰ এটি নৃত্যানুষ্ঠানত ৰাভায়ো যোগদান কৰিছিল। তাত ৰাইজে ৰাভাক বৰকৈ অনুৰোধ কৰিছিল। তাণ্ডৱ নৃত্য প্ৰদৰ্শন কৰিবলৈ, কিন্তু সেই সময়ত যে ৰাভাই নাচিব, বৰ আশাও কৰা নাছিল। কিন্তু ৰাভা মঞ্চৰ ভিতৰলৈ গৈ সাজি-কাছি তাণ্ডৱ নৃত্য প্ৰদৰ্শন কৰি দৰ্শকক অপ্ৰত্যাশিত আনন্দ দান কৰিলে। সেই দিনাৰ নৃত্যই বোধকৰো ৰাভাৰ জীৱনৰ শেষবাৰৰ প্ৰদৰ্শন কৰা তাণ্ডৱ নৃত্য।

বেনাৰস হিন্দু বিশ্ববিদ্যালয়ত ৰমণী শৰ্মা, কালীনাথ শৰ্মা আদিৰ উদ্যোগত 'বিষ্ণুৰাভা নাইট' পাতিছিল। অনুষ্ঠানৰ প্ৰধান সহায়ক আছিল অধ্যাপক কালেলকাৰ। আনন্দি ওজাই অনুষ্ঠানৰ গুৰি ধৰিছিল। যন্ত্ৰ সঙ্গীতত আনন্দ দত্ত আছিল। ৰাভাই আগনিশাই নিজে দৃশ্যপট আঁকি শিশুলীলা আৰু শিৱ-তাণ্ডৱ নাচিছিল।

## 'চৰকাৰী চাকৰি কৰো কেনে কৰি'

ৰাভাৰ স্বাধীন আৰু মুক্ত মনটো কোনেও বান্ধি ৰাখিব নোৱাৰিছিল। তেওঁ পক্ষীৰ দৰে সৌন্দৰ্য্য ৰাজ্যত আপোন মনে উৰি ফুৰিবলৈহে ভাল পাইছিল। কলেজীয়া জীৱনত চৰকাৰে আগবাঢ়িবলৈ নিদিয়াত, আৰু 'আমদানি-ৰপ্তানিৰ' কাৰবাৰত লাভৰ ঘৰত বিৰাট শূন্য অহাত বৰপেটালৈ গৈ, ভিনিহিয়েক ডাক্তৰ ধাঁৰাৰাম মেচৰ লগত আছিলগৈ। বায়েক মনমোহিনী মেচ আৰু ভিনিহিয়েকক ৰাভাই বৰ শ্ৰদ্ধা ভক্তি কৰিছিল। ভিনিহিয়েকে ৰাভাৰ স্বাধীন মনটোৰ কথাবোৰ বুজি পাইছিল। বৰপেটাত ৰাভাই বৈষ্ণৱ কলা-কৃষ্টিৰ সম্পদ উদ্ধাৰ কৰি ফুৰিছিল। তাত তেওঁ শঙ্কৰ-মাধৱৰ যুগল ছবি আঁকিছিল। তেনেতে ঢাকাত পুলিচ বিষয়াৰ চাকৰি কৰি থকা ৰাভাৰ ককায়েক নন্দলাল ৰাভাই বিষ্ণু ৰাভাক যেনে তেনে ঢাকালৈ মাতি পঠিয়ালে এখন চিঠি দি, চিঠিত লিখিছিল যে বিষ্ণু ৰাভা শীঘ্রে ঢাকালৈ যাব লাগে আৰু পুলিচৰ চাকৰি কৰিব লাগে। অনাই বনাই ঘূৰি ফুৰিলে নহয়। ককায়েকৰ কথা পেলাব নোৱাৰি ৰাভা ঢাকালৈ গ'ল। ককায়েক নন্দলালে ভায়েক বিষ্ণুক মৰম কৰি, পিতৃ বন্ধু কৰ্ণেল স্মিথৰ ওচৰলৈ লৈ গ'ল। কৰ্ণেল স্মিথৰ লগত চা-চিনাকি হৈ কথা বতৰা হোৱাৰ পিছত, কৰ্ণেল স্মিথে অসমৰ আই. জি. পি. মিষ্টাৰ কালাঘান চাহাবলৈ চিঠি এখন লিখি, বিষ্ণু ৰাভাক পুলিচ বিভাগত উচ্চপদ এটা দিবলৈ অনুৰোধ কৰিলে। চিঠিখন হাতে হাতে লৈ ৰাভা ঢাকাৰ পৰা শিলঙলৈ গৈ, আই. জি পি কালাঘান চাহাবক লগ ধৰি চিঠিখন দিলেগৈ। ১ম বছৰ, ৪ৰ্থ সংখ্যা, 'প্ৰবাহ' আলোচনীৰ ২০২ পৃষ্ঠাত বিষ্ণু প্ৰসাদ ৰাভাই লিখা 'বোৱতী স্মৃতি' নামৰ প্ৰবন্ধটোৰ এঠাইত আছে,—"……ককাইদেউৰ খেচ্‌খেচনিত ডি, এছ. পিৰ চাকৰিৰ কাৰণে শিলঙলৈ যাব লগা হ'ল। ……তাত অসমৰ আই. জি. পি. কালাঘান চাহাবৰ লগত দেখা হয়।……মোৰ কাৰণে চাকৰি সহজ হৈ পৰে।" তাৰ পিছত তেওঁ বৰপেটালৈ গুচি আহিল। বৰপেটাত তেওঁ শ্ৰীমন্ত শঙ্কৰদেৱৰ ছবি এখন আঁকিলেহি। বৰপেটা সত্ৰৰ তেতিয়াৰ বুঢ়া সত্ৰীয়া ৺শ্ৰীচতুৰ্ভুজ দেৱ মিশ্ৰদেৱে ছবিখন দেখি বিস্ময় মানি ভুকাকি ভটিমা সুৰ লগাই গালে :

"জয় গুৰু শঙ্কৰ সৰ্ব গুণাকৰ
যাকেৰি নাহিকে উপাম।
তোহাৰি চৰণক ৰেণু শত কোটি
বাৰেক কৰোঁহো প্ৰণাম ॥
দৰশিত সুন্দৰ গৌৰ কলেৱৰ
যৈচন সুৰ পৰকাশ।
সকল সভাসদ ৰঞ্জন যাকোৰ
দৰশনে পাপ বিনাশ ॥"

পালেংদিৰ ৺বলোৰাম পাঠক ভক্ত আৰু বুঢ়াসত্ৰীয়া আতাৰ উৎসাহ পাই ৰাভা কলিকতালৈ গ'ল আৰু তিনিটা ৰঙত ছবিখন ছপা কৰাই আনি ভকত আৰু ৰাইজৰ মাজত বিলালে। ৰাইজে ছবিখন পাই আনন্দত উত্ৰাৱল হ'ল।

কোঁচবিহাৰৰ ৰজা নৰনাৰায়ণে খনিকৰ এজনক সোণৰ কৃষ্ণমূৰ্ত্তি এটা গঢ়িবলৈ দিছিল। তেতিয়া মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ কোঁচবিহাৰতে আছিল। খনিকৰ জনে শ্ৰীমন্ত শঙ্কৰদেৱক চাই চাই, গুৰুজনাৰ আকৃতিৰে কৃষ্ণ মূৰ্ত্তিটো গঢ়িলে। কোঁচবিহাৰৰ মদনমোহন মন্দিৰত সেই মূৰ্ত্তিটো এতিয়াও আছে। পিছত, শ্ৰীমন্ত শঙ্কৰদেৱৰ শুদ্ধ ছবি এখন লাগে বুলি অসমত জাগৰণ উঠাত ৰাভাই কৈছিল, 'যিজন মহাপুৰুষৰ গুণ অনাদি অনন্ত, অসীম সেইজন মহাপুৰুষৰ শুদ্ধকৈ ছবিত কোনেও আৱদ্ধ কৰি ৰাখিব নোৱাৰে।"

তেজপুৰ মহিলা সমিতিৰ উদ্যোগত উদ্‌যাপন কৰা জয়মতী উৎসৱলৈ সঙ্গীত পৰিচালনাৰ বাবে নিমন্ত্ৰণ কৰাত তেওঁ তেজপুৰ পালেহি। তেজপুৰত থাকোঁতেই এদিন দৰং জিলাৰ এছ. পি. মিষ্টাৰ বাৰবিজে পুলিচ চাব-ইন্সপেক্টৰ এজন ৰাভাৰ ঘৰলৈ পঠাই দি ৰাভাক সদৰ থানালৈ মাতি পঠিয়ালে। ৰাভাৰ লগতে ফণী শৰ্মাও বহি আছিল। দুয়ো থানালৈ আহিল। ফণী শৰ্মা বাটতে ৰ'ল। ৰাভাই থানালৈ গৈ, তাতে বহি থকা এছ, পি, মিষ্টাৰ বাৰবিজক লগ ধৰিলেগৈ। মিষ্টাৰ বাৰবিজে আই, জি, পি, মিষ্টাৰ কালাখান চাহাবৰ পৰা অহা টেলিগ্ৰামখন দেখুৱাই ডি, এছ, পি, হিচাপে ৰাভাক যোগদান কৰিবলৈ ক'লে। ৰাভাই বিনম্ৰভাৱে ক'লে, "ধন্যবাদ! মিষ্টাৰ বাৰবিজ! কিন্তু সামান্য চৰকাৰি চাকৰী এটা কৰি মই মোৰ ৰক্ত অধোনমিত আৰু কলুষিত কৰিব নোখোজোঁ।" মিষ্টাৰ বাৰবিজে তেতিয়া স্বাধীনতা আন্দোলনৰ প্ৰতি ৰাভাৰ সমৰ্থন আছেনে নাই সুধিলে। ৰাভাই

ক'লে, "কিয় নাথাকিব ? নিশ্চয় আছে। মই ভাবোঁ, প্ৰতিজন ভাৰতীয় স্বাধীনতাৰ আন্দোলনৰ প্ৰতি সমৰ্থন থকা উচিত।" মিষ্টাৰ বাৰবিজে কথাবাৰ শুনি ৰাভাৰে দেশপ্ৰেম আৰু স্বাধীনচিতীয়া মনৰ প্ৰমাণ পাই মুগ্ধ হ'ল। সেইদিনাৰপৰা তেওঁ ৰাভাক য'তে লগ পায়, ত'তে আগতীয়াকৈ কৰমৰ্দ্দন কৰি, খা-খবৰ লৈ, শুভেচ্ছা আৰু সন্মান জনাইছিল। তেওঁ ৰাভাক একো জোৰ-জুলুম কৰা নাছিল আৰু নিৰ্য্যাতনো চলোৱা নাছিল।

থানাৰপৰা ওলাই আহোঁতে মুখত এমোকোৰা হাঁহি লৈ ৰাভা ওলাই আহিল। ফণী শৰ্মাই সুধিলে, 'চাকৰি হ'ল নহয় ?" ৰাভাই ক'লে, "ভৱিষ্যতলৈও চাকৰি পোৱাৰ বাটহে মাৰি আহিছোঁ। ব'ল, দুয়ো একাপ চাহ খাই লওঁ।"

# চিত্ৰকৰ বিষ্ণুপ্ৰসাদ ৰাভা

বিষ্ণুপ্ৰসাদ ৰাভাই মন গলেই ছবি আঁকিছিল। ফটা কাগজ, খবৰ কাগজ, যি য'ত পায়, তাতেই ছবি আঁকে। এখন ছবি আঁকিছিল—এজোপা গছত এজনা ঢোৰা কাউৰী উঠি আছে। গছজোপাৰ আশে পাশে অসংখ্য সৰু সৰু চৰাই উৰি ফুৰিছে। সিহঁতে গছ জোপাতে পৰিবলৈ ইচ্ছা কৰে, কিন্তু ঢোৰা কাউৰীজনীয়ে মুখমেলি থকা দেখি ভয়তে গছজোপাত পৰা নাই। ইফালে গছজোপাত পৰি থকা কেইটা চৰাইকজনী ঢোৰা কাউৰীজনী গছজোপাত পৰাৰ লগে লগে ভয়তে উৰি গৈছে। সেই ছবিখনৰ তাৎপৰ্য্য এয়ে যে লক্ষ্য লক্ষ্য দৰিদ্ৰ কৃষক-শ্ৰমিক-বনুৱা-মজদুৰক পুঁজিপতি আৰু ধনীক শ্ৰেণীয়ে শোষণ নিষ্পেষণ কৰি সৰ্ব্বহাৰা কৰিছে। তথাপিও হেপাঁহ নপলোৱতে শুকান জেতৰা চেপি ৰস উলিওৱাবৰ চেষ্টা কৰাৰ দৰে সৰ্ব্বহাৰা জনগণক গ্ৰাস কৰিবলৈ ঢোৰা কাউৰীজনীৰ দৰে মুখ মেলি আছে।

বৰপেটাত শ্ৰীমন্ত শঙ্কৰদেৱৰ ছবি আঁকি, তিনিটা ৰঙত ছপা কৰাই, ৰাইজ আৰু ভকতবৃন্দৰ মাজত বিতৰণ কৰিছিল। তাতে এখন শঙ্কৰ-মাধৱৰ যুগল ছবিও আঁকিছিল। ৺মাধৱ বেজবৰুৱা সম্পাদিত 'ৰাহা'ৰ সাতথলপীয়া সিংহাসনৰ বেটুপাত, নীলৰঞ্জন ৰশ্মি, টোৱাঙৰ প্ৰাকৃতিক দৃশ্যাৱলী, গাৰোপাহাৰৰ দৃশ্যাৱলীৰো ছবি আঁকিছিল। অষ্টম বছৰ, বিছ সংখ্যা 'আমাৰ প্ৰতিনিধি' আলোচনীত ওলোৱা নিজৰ প্ৰতিকৃতিখনো তেওঁ নিজহাতে অঁকা। জগৰু ঢুলিয়াৰ ছবি, স্কুলৰ সংস্কৃত শিক্ষক লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতীৰ ছবিও আঁকিছিল। আৰু বহুতো ছবি তেওঁ আঁকিছিল। কোঁচবেহাৰৰ মধুপুৰ ধামলৈ গৈ, ৺লক্ষ্মীকান্ত আতৈ বুঢ়া ভকতৰ লগত 'গুৰু ৰচিত' চৰ্চ্চা কৰি দুনিশা আছিল। আহিবৰ সময়ত 'গুৰুগৃহৰ' দুৱাৰ মুখত সেৱা জনাই ৰাভাই কলম এডাল উলিয়াই বুঢ়াভকতৰপৰা কাগজ এখন খুজি লৈ ৰেখা কেইটামান টানি সৰল হাঁহিটো মাৰি ক'লে, "আতৈ, এয়া গুৰুজনাৰ শ্ৰীহস্ত, এয়া কাপ, মহি, মৈলাম। এয়া অনুপম 'গুণমালা' হাতীটোৰে সৈতে ভুৰুকাত ভৰাইছে। গুৰুজনাৰ অপাৰ মহিমা।" বুঢ়া ভকতে ছবিখন চাই চাই থৰ হৈ ৰ'ল আৰু অজানিতভাৱে দুধাৰি অশ্ৰু বৈ আহিল! কেনে সুন্দৰ অপূৰ্ব ইতিমধ্যে ৰাভা গৈ বহুত দূৰ পালেগৈ। ৺লক্ষ্মীকান্ত আতৈ বুঢ়া ভকতে সম্বিত ঘূৰাই পাই তেতিয়াহে ভাবিলে "কোন এইজন ইমান মহান শিল্পী! দুদিন দুৰাতি লগত থকা স্বত্বেও মহান গুণীপুৰুষজনৰ পৰিচয়টোও যে লোৱা নহ'ল!

ড° ভূপেন হাজৰিকাই ঠিকেই কৈছিল, "দাঁত থকা কালত বহুতে দাঁতৰ মোল নুবুজে। প্ৰতিভাসম্পন্ন শিল্পী হয়তো ওলায়—পিছে বিষ্ণু ৰাভাৰ দৰে সমাজ সচেতন বহুমুখী প্ৰতিভাৰ শিল্পী বহু সাধনা কৰিলেহে এটা জাতিয়ে পায়। · ··· বিষ্ণু ৰাভা অসমৰ আকাশত অনন্ত সুকৰ হৈ জীয়াই থাকিব।"

বিষ্ণু ৰাভাই আঁকা বহুতো ছবি তেওঁৰ পত্নী-শ্ৰীমতী মোহিনী ৰাভাই সযতনে ৰাখি থৈছে। সেইবোৰ প্ৰকাশ কৰিবলৈ আগবঢ়ুৱা ওলাই আহি, শিল্পীজনৰ অমৰ সৃষ্টি সঞ্জীৱিত কৰি ৰখাৰ দৰকাৰ।

## ৰাভাৰ পালা আৰু গীতৰ ৰেকৰ্ডিং

ৰাভাৰ সৃজনী শক্তি আছিল অফুৰন্ত। সেয়েহে শঙ্কৰদেৱ আৰু মাধৱদেৱৰ নামৰ নাটিকা দুখন দুঘণ্টাতে লিখি উলিয়াইছিল। ৰেকৰ্ডৰ পালা হিচাপে প্ৰকাশ পাইছিল—(১) নৰকাসুৰ, (২) বেউলা, (৩) বিষ্ণুৰতী, (৪) জন্মাষ্টমী (৫) ৰতনী, (৬) বৰদৈচিলা, (৭) শঙ্কৰদেৱ, (৮) মাধৱদেৱ, (৯) অজগৰৰ বিয়া, (১০) চেনাই চেনেহী, (১১) দুৰ্য্যোধনৰ উৰুভঙ্গ। কলিকতাত গীত ৰচি সুৰ দিছিল, আৰু কাৰ্ত্তিক বাবুৱে চেনোলা কোম্পানীত আৰু হিজ্‌ মাষ্টাৰচ্‌ ভয়চ্‌ত ৰেকৰ্ড কৰাইছিল। "৺প্ৰবোধ বৰুৱাৰ ভনীয়েক ৺গিৰিজা বৰুৱা আৰু বোৱেক প্ৰফুল্ল বালা বৰুৱাই ৰেকৰ্ড কৰিলে 'বিষ্ণুৰতী', আৰু 'জন্মাষ্টমী' পালা। ৺গিৰিজা বৰুৱাৰ কণ্ঠেৰে ৰেকৰ্ড কৰালে—(১) 'উৰি যা ৰূপালী নাও, (২) 'ফুল কুঁৱৰীৰ ৰস চুমি লৈ পলায় ভোমোৰা।' ৺প্ৰবোধ বৰুৱাৰ কণমানি জীয়েক পাৰুলীৰ কণ্ঠেৰে ৰেকৰ্ড কৰালে—

"ৰদালি ঐ ৰ'দ দে; ৰ'দ দে
সোণৰ ৰেণু ছটিয়াই দে।"

প্ৰফুল্ল বালা বৰুৱাৰ কণ্ঠেৰে ৰেকৰ্ড কৰালে—(১) টিলাই টিলাই ঘূৰি ফুৰে উলাহেৰে খামতি ছোৱালী, (২) কুৰুৱা বতাহে, (৩) অ' গুৰু মোৰ শঙ্কৰ তৰিবাৰে কিনো পাৰ।" ৺প্ৰবোধ বৰুৱাৰ খুলশালীয়েক, যোৰহাটৰ সুকণ্ঠি গায়িকা প্ৰিয়লতা দত্তৰ কণ্ঠেৰে ৰেকৰ্ড কৰালে—"লুইতৰ পাৰৰে ৰূপহী কুঁৱৰী, নাচি নাচি হালি আপোন বিভোল' গীতটো।

১৯৪৭ চনত 'চিৰাজ' কথাছবিত শব্দগ্ৰহণৰ কাৰণে নটসূৰ্য্য ফণী শৰ্মা, ড° ভূপেন হাজৰিকা, চন্দ্ৰধৰ গোস্বামী, নিৰু গোস্বামী আদি কলিকতালৈ গৈছিল। ফণী শৰ্মা আছিল 'শান্তিনিকেতন' হোটেলত আৰু বিষ্ণুৰাভা, ভূপেন হাজৰিকা আছিল 'শ্ৰীনিকেতন' হোটেলত। ইতিমধ্যে 'চিৰাজ' কথাছবিৰ চাৰিভাগৰ তিনিভাগ চেলুলয়ডত সোমাই পৰিছে। তেনেতে এদিন ফণী শৰ্মাৰ হাতত এপইচাও নোহোৱা হ'ল। তেওঁ চাহ একাপ খাই শ্ৰীনিকেতনত বিষ্ণুৰাভাৰ কোঠা পালেগৈ। বিষ্ণু ৰাভাই ফণী শৰ্মাৰ ফালে দুবাৰমান পিৰিক্ পাৰাকৈ চাই চকু জপালে। ফণী শৰ্মাই অনাহকতে কাঁহ দুটামান মাৰি কওঁ নে নকওঁকৈ ক'লে, "টকা এটা নাই নে?" ৰাভাই একোকে নকৈ বিছনাতে বাগৰ দি ফণী শৰ্মাৰ ফালে পিঠি দিলে।

উপায়ন্তৰ হৈ ফণী শৰ্মাই হিজ্ মাষ্টাৰচ্ ভয়চত গ্ৰামোফনৰ পালা এটা দিয়াৰ ব্যৱস্থা কৰাৰ বাবে প্ৰস্তাৱ দিলে। ৰাভা বিছনাৰপৰা উঠি, ফটা পাঞ্জাবীটো পিন্ধি ল'লে ফণী শৰ্মাই সুধিলে, "ট্ৰামত যাবলৈ পয়চা হ'বতো?" ৰাভাই একো নামাতি ওলাই গ'ল। দুয়ো গৈ ট্ৰামত উঠিল। ৰাভাৰ হাতত দহ পয়চা আছিল। সেয়াকে ভাৰা হিচাপে দি 'কণ্ডাক্টৰক' ক'লে, "উদং।"

'হিজ মাষ্টাৰচ্ ভয়চত' চুক্তি চহী কৰিলেগৈ। আগধন হিচাপে ডেৰশ টকা লৈ, লগে লগে ৭৫ টকাকৈ ভাগ কৰিলে। চুক্তিখন হ'ল চাৰে পাঁচশ টকাৰ। পালাৰ নাম কৈ আহিল 'অগ্নিযুগৰ ফিৰিঙতি।' তাকে শুনি ভূপেন হাজৰিকাই ঢেক্‌ঢেক্‌কৈ হাঁহি সুধিলে, "সেইটো নাম দিবলৈনো কিহে পাইছিল আপোনা-লোকক?" টকা ৭৫ টাকৈ লৈ ফণী শৰ্মাই ৰাভাক ছোট বৃষ্টললৈ যাবলৈ লগ ধৰিলে। ৰাভাই টেক্সী এখন ৰখাই ফণী শৰ্মাক ক'লে' "তুমি ছোট বৃষ্টললৈ যোৱা অগ্নিযুগৰ ফিৰিঙতিলৈ যোৱা, জহন্নামে যোৱা, অকলে যোৱা। কালি নিৰামিষ গৈছে। আজি তুমি, তুমি; মই মই।" ৰাভা গাড়ীত বহিলেই, তেতিয়া ফণী শৰ্মাই ক'লে, "কিন্তু কালিৰপৰা যে অগ্নিযুগৰ ফিৰিঙতিৰ ৰিহাৰ্চেল।" ৰাভাই নিলিপ্ত‌ভাৱে ক'লে 'ৰিহাৰ্চেল হ'ব।" ফণী শৰ্মাই কলে' 'কিন্তু হ'ব কেনেকৈ? নাটক?' ৰাভাই ক'লে, "নাটক নেলাগে। নাটক নামাকৰণ তুমিহে কৰিছা, মই কৰা নাই। যি নাটকৰ নাম অগ্নিযুগৰ ফিৰিঙতি, তেনে নাটক মোৰ ক্ষুদ্ৰ কলমৰ যোগেদি নোলাব। হাতুৰী বটালী লৈ তুমিয়েই লেখাগৈ। চৰ্দাৰজা! চলিয়ে এছপ্লেনেড।"

তাৰ পিছত শৰ্মা আৰু ৰাভাই আলোচনা কৰি সিদ্ধান্ত কৰিলে যে চাৰিখন ৰেকৰ্ডৰ কাৰণে ৰাভাই চাৰিটা গান ৰচনা কৰি দিব। তাৰে দুটা হ'ব কাঢ়া আৰু দুটা হ'ব মিঠা কাঢ়া। গানৰ লগত খাপ খুৱাই ডায়লগ্ লিখাৰ পাল পৰিল ফণী শৰ্মাৰ। চাৰিটা গানত সময় যাব ৮ মিনিট বাকী ১৭ মিনিটৰ কাৰণে ডায়েলগ্ লাগিব। নাটিকাখনত পাচোঁটা চৰিত্ৰ থাকিব—চাৰিটা পুৰুষৰ আৰু এটা স্ত্ৰীৰ। ফণী শৰ্মা, বিষ্ণুৰাভা, চন্দ্ৰ গোস্বামী আৰু কোনোবা এজন বিচাৰি পুৰুষৰ ডায়েলগ্-খিনি কোৱাব, আৰু স্ত্ৰীৰ ডায়েলগখিনি ক'ব চন্দ্ৰ গোস্বামীৰ পৰিবাৰ নিৰু গোস্বামীয়ে। চন্দ্ৰ গোস্বামীয়ে নাটিকাখন চাব খোজাত ফণী শৰ্মাই ক'লে, "নাটিকা কিয় লাগেহে ইয়াততো মুখস্থ কৰিব নেলাগে।" আচলতে নাটিকা লিখাই হোৱা নাই। ৰেকৰ্ডিঙৰ দিনা দিনৰ ১১ বজাত 'হিজ মাষ্টাৰ্চ ভয়চত ৰেকৰ্ড কৰাৰ কথা, কিন্তু দিনৰ ১০ বজালৈকে নাটিকা লিখা আৰম্ভই কৰা নাই। দিনৰ ১১ বজাৰ

পিছৰ পৰা 'হিজ্‌ মাষ্টাৰ্চ ভয়চ'ৰপৰা ফণী শৰ্মাক বিচাৰি হোটেললৈ উপৰ্যুপৰি টেলিফোন আহিছে। ফণী শৰ্মাই মেনেজাৰক ক'লে, "নাই বুলি ক'ব।" তাৰ পিছত, কাগজ কলমলৈ কোঠৰ দুৱাৰ খিড়িকী বন্ধ কৰি নাটিকা লিখিবলৈ লাগি গ'ল। দিনৰ চাৰে তিনি বজালৈকে ৩ খন ৰেকৰ্ডৰ পালাৰ বাবে লিখা শেষ হ'ল। চতুৰ্থখন আধা লিখা অৱস্থাত। নাটিকাৰ নাম দিলে 'সোমাৰৰ ফিৰিঙতি।' চতুৰ্থখনৰ ডায়েলগ্‌ টেক্সীতে সম্পূৰ্ণ কৰি, আটাইকেইজন গৈ দিনৰ ৪ বজাত 'হিজ মাষ্টাৰ্চ ভয়চ' পালেগৈ। ৰাতি ১২ বজাত পালাৰ ৰেকৰ্ডিং শেষ হ'ল। পালাখনৰ বিক্ৰী পিছত ভাল হৈছিল। পিছদিনা পুৱা ৰাভা আৰু শৰ্মা দুয়ো বাকী টকা ৪০০ আনিবলৈ গ'ল। ফণী শৰ্মা কোম্পানীৰ ভিতৰলৈ সোমাবলৈ ইতস্ততঃ কৰি ৰাভাক ক'লে, "বিষ্ণু, তুমিয়েই যোৱা। টকা চাৰিশ আনাগৈ। মই বাটতে ৰৈ আছোঁ। তুমি টকাখিনি অনাৰ বাবদ তোমাক আৰু ২৫ টকা বেছিকৈ দিয়া হ'ব।" ৰাভা গৈ টকা চাৰিশ আনি, ২২৫ টকা নিজে লৈ, ১৭৫ টকা ফণী শৰ্মাক দি ক'লে, "আজিও তুমি, তুমি; আৰু মই, মই।" ৰাতি ১১ বজাত ফণী শৰ্মাই শ্ৰীনিকেতনত ৰাভাৰ কোঠাৰ দুৱাৰত তলা লগাই থোৱা দেখি উলটি যাব খোজোঁতেই ৰাভা গৈ পালেগৈ। ৰাভাৰ গাত নতুন আদ্দিৰ পাঞ্জাবী, নতুন ফিৰ্‌ফিৰিয়া ধুতি আৰু নতুন পাম্পচু। পুৰণি কাপোৰযোৰ কাপোৰ কিনা দোকানতে, আৰু পুৰণি জোতাযোৰ জোতাৰ দোকানতে এৰি থৈ আহিছে। জেপত ঘূৰি আহিছে মাত্ৰ এখন দহটকীয়া নোট আৰু কেইটামান খুচুৰা পয়চা।

# ৰাভাৰ দৃষ্টিত জ্যোতিপ্ৰসাদ

ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাই প্ৰথম অসমীয়া কথাছবি 'জয়মতী'খন নিৰ্মান কৰোঁতে অশেষ কষ্ট কৰিছিল। ৰাভাই 'জয়মতী' আৰু 'মনোমতী' কথাছবিৰ নৃত্য পৰিচালনা কৰিছিল। জ্যোতিপ্ৰসাদৰ গীতৰ বিষয়ে ৰাভাই 'জ্যোতিৰ জেউতি' নামৰ প্ৰবন্ধটোত লিখিছিলি। সেই প্ৰবন্ধটো 'স্বাক্ষৰ' নামৰ গোপাল দাস সম্পাদিত মাহেকীয়া আলোচনী, ১ম বছৰ, ১ম সংখ্যাত প্ৰকাশ হৈছিল। ৰাভাই লিখিছিল: "বিলাতত ইমান বছৰ, অথচ সেই সুৰবোৰত, সেই গানবোৰত বিজতৰীয়া ছাব নাই, আছে জতুৱা ঠাঁচ। সাজে-ভাঁজে, লাচে-কাছে, ঠাঁচে-ঠাঁচে নিভাজ অসমীয়া, চিনা চিনা, শুনা-শুনা, জনা-জনা। জনা মনকোঁহত ৰঞ্জনজনায়। জনা গাভৰুৱে তাইৰ ন-ৰেহ-ৰূপ লৈ ওলালেই তাইক বুকুত আকোঁৱালি ল'বলৈ মন দাং খায়। এনে কাৰণে জ্যোতিৰ গানে অসমীয়াৰ মন ভুলায়। জনা সুৰ ন-ন সাজেৰে, ন-ন কাপোৰ, বিধ বিধ ৰেহ-ৰূপেৰে ওলায়। অসমীয়াৰ হিয়াৰ আমঠু বুলি শুনিয়েই জ্যোতিৰ গান সাৰটি ল'বলৈ অসমীয়া ইমান হেপেঁহুৱা। সেই কাৰণে তেওঁৰ গান ইমান জনপ্ৰিয়।……হিয়াই হিয়াই নিবিড ঘনিষ্ঠতাই জনপ্ৰিয়তাৰ ঘাই শিপা। হিয়া কাৰেঙৰ গুপুত টোলত গোপন চ'ৰাত তেওঁৰ গানবোৰে উলাহৰ হেন্দোলনি তোলে। সেয়েহে জ্যোতিৰ গান অসমীয়াই ভাল পায়। …অৰ্কেষ্ট্ৰাত যে নিভাঁজ অসমীয়া সুৰত বাজি উঠে মানুহে আগতে কল্পনাও কৰিব পৰা নাছিল। ই অভূতপূৰ্ব। অথচ অসমীয়াৰ বুকুৰ কলিজা, চিনা-চিনা, জনা-জনা, শুনা-শুনা, বিজতৰীয়া হিন্দুস্তানী সঙ্গীতৰ ৰাগ-ৰাগিনীৰ গৎ-ঐক্য পণ নহয়। অসমীয়া হিয়া—আমঠু মৰি ওলোৱা অসমীয়া সুৰৰ অমৃত ধাৰাহে। শুনিলে অসমীয়াৰ মন-প্ৰাণ নাচি উঠে ……তেওঁ কেৱল কবি, গায়ক, নাট্যকাৰ, সাহিত্যিকেই নাছিল, আছিল শিল্পী।"

'জয়মতী' কথাছবিখন ১৯৩৫ চনৰ ১০ মাৰ্চত কলিকতাত আৰু ২০ মাৰ্চত গুৱাহাটীত মুক্তিলাভ কৰে। ১৯৩৯ চনতে মণিৰায় আৰু আন কেইজনমান সঙ্গীতানুৰাগী বন্ধুৰ লগ লাগি কলিকতাৰ ভৱানীপুৰত 'এগ্ৰো পিক্‌চাৰ্চ কৰ্পোৰেচন' নামৰ প্ৰতিষ্ঠান এটা খুলি ছায়াচিত্ৰ নিৰ্মাণৰ প্ৰস্তুতি চলাইছিল। তেনে সময়ত জ্যোতিপ্ৰসাদ আগৰৱালা ইউৰোপৰপৰা কথাছবি নিৰ্মাণ সম্পৰ্কীয় প্ৰশিক্ষণ লৈ আহি তেজপুৰ পালেহি। ৰাভাদেৱৰ পৰামৰ্শক্ৰমে জ্যোতিপ্ৰসাদে ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ সাৰ্থক কাহিনী 'জয়মতী'ৰ চিত্ৰৰূপ দিবলৈ আৰম্ভ কৰিলে—গহপুৰৰ ওচৰৰ ভোলাগুৰি চাহবাগিছাত মুকলি চিত্ৰবন খুলি 'চিত্ৰলেখা মুভিটন' নামদি। বিষ্ণুপ্ৰসাদ ৰাভা আগৰৱালাৰ লগে লগে থাকি অশেষ কষ্ট কৰিছিল। ছবিখনে মুক্তিলাভ কৰাৰ পিছত, ছবিখন চাই বেজবৰুৱা আৰু বিষ্ণুৰাভা আনন্দত বিভোৰ হৈছিল।

তৃতীয় স্কন্ধ মহাভাগৱত 'অনাদি পাতন'ত ঈশ্বৰে প্ৰকৃতিক কৈছে,

"শুনিয়ো প্ৰকৃতি একোগুণে নাহি হীন।
তোমাৰে আমাৰে কিঞ্চিতেকো নাহি ভিন॥
মোৰ নিজ শকতি সাক্ষাতে দেখো প্ৰাণ।
সত্বৰে কৰিয়ো মায়া জগত নিৰ্ম্মাণ॥৪৯
তোমাৰ বেতাইলো আমি এহি অভিপ্ৰায়।
জানিয়োক ভালে তুমি মোৰ অৰ্দ্ধকায়॥
তোমাৰে আমাৰে কিছো নাহি ভিন্নাভিন্ন।
মোত যাতো লীন যাহা এহি মাত্ৰাহীন॥৫০"

স্বয়ং ঈশ্বৰেই নিজকে পুৰুষ আৰু স্ত্ৰী দুভাগে ভাগ কৰিছে।

"স ইমমেবাত্মানম্ দ্বেধা পাতয়ৎ ততঃ পতিশ্চ ভৱতশ্ম।" (বৃহদাৰণ্যক উপনিষদ, প্ৰথম, ৪—৩)। গাৰ্হস্থ্য আশ্ৰম চাৰিও আশ্ৰমৰ ভিতৰত শ্ৰেষ্ঠ বুলি শাস্ত্ৰত কৈছে। গাৰ্হস্থ্য আশ্ৰমৰ মূল উৎস হৈছে বিবাহ। ব্যাস সংহিতামতে, "যাৱন্ন বিন্দতে জায়াং তাৱদৰ্দ্ধো ভবেৎ পুমান্"—অৰ্থাৎ যেতিয়ালৈকে পুৰুষে পত্নীলাভ নকৰে, তেতিয়ালৈকে পুৰুষ অৰ্দ্ধমানৱ হৈয়ে থাকে, পূৰ্ণতা লাভ নকৰে। ধৰ্ম কৰ্ম কৰিবলৈও স্ত্ৰী-পুৰুষ উভয়ৰে প্ৰয়োজন হয়। বিবাহৰ জৰিয়তে সৃষ্টিও ৰক্ষা হয়। ধৰ্ম, অৰ্থ, কাম, মোক্ষও লাভ হয়। বিবাহত দৈহিক মিলনৰ বাহ্যিক কৰ্ম হিচাপে জ্ঞান কৰা হয়। অন্তৰৰ পৰা কোৱা প্ৰেমৰ নিজৰাহে অমৃতময়। তেনে ধৰণৰ অমৃতময় নিৰ্ভেজাল পবিত্ৰ নাৰীৰ প্ৰেমে পুৰুষক আদিম যুগৰেপৰা অতুলনীয় অনুপ্ৰেৰণা দি আহিছে। নাৰীৰ প্ৰেমে সৃষ্টি কৰিছে কালিদাসৰ দৰে মহাকবি, চণ্ডীদাসৰ দৰে কাব্যকাৰ, নেপোলিয়নৰ দৰে পৰাক্ৰমী বীৰ আৰু বহুতো নৱ নৱ প্ৰতিভাৰ। প্ৰেম হৈছে সৃষ্টিৰ মূল উৎস।

বিশ্বৰ সৰ্বসাধাৰণ মানুহ গাৰ্হস্থ্য আশ্ৰমৰপৰা আঁতৰত থাকিব নোৱাৰে। বিষ্ণুপ্ৰসাদ ৰাভায়ো এগৰাকী গাভৰুক গভীৰভাৱে অন্তৰভৰি ভাল পাইছিল। কিন্তু সেই ভালপোৱাৰ উদ্দেশ্য বিবাহ বা দৈহিক মিলন নাছিল। ৰাভাদেৱে সেই সময়ত সেই গাভৰু গৰাকীক ইমান ভাল পাইছিল আৰু শ্ৰদ্ধা কৰিছিল যে তেওঁ ভালপোৱা গাভৰু গৰাকীৰ গাত হাত দিলেও যেন গাভৰু গৰাকীয়ে দুখ

পাব, এনে শঙ্কা কৰিছিল। সেই গাভৰু গৰাকীয়েও ৰাভাক অনুৰূপ ভাল পাইছিল। সেই ভালপোৱাত পবিত্ৰতা আৰু বিশালতাহে আছিল চিৰদিন—তাত লেশমানো স্বাৰ্থৰ কথা, কামনা বা সংকীৰ্ণতা নাছিল। সেই ভালপোৱা ছোৱালী গৰাকীৰ প্ৰেৰণাতে তেওঁ লিখিছিল প্ৰথম এটি গীত—

"নাহৰ ফুলে নুশুৱায়
তগৰ ফুলে শুৱাব,
তগৰ ফুলে নুশুৱায়
কপৌ ফুলে শুৱাব।
মহাসাগৰ সিঁচি আনিম
সাত-মাণিকৰ ধন
মেঘৰ বুকু ফালি ছিঙিম
বিজুলী ফুল-শুৱন,
মাণিক ফুলে নুশুৱায়
( যদি ) সাত সৰীতে তোৰ
( হিয়া ) ফালি উলিয়াই পিন্ধাম
তেজাল পোৱালৰ মণি মোৰ।"

সেই ছোৱালী গৰাকীৰ জাতি ৰাভাৰ সৈতে একে নাছিল। ৰাভাদেৱে তেওঁৰ ভালপোৱা ছোৱালী গৰাকীৰ কাৰণে এজন দৰা বন্দোবস্ত কৰি দিলে। গাভৰু-গৰাকীৰ ষোল্ল বছৰ বয়সত বিবাহ সুকলমে হৈ গ'ল। বিবাহৰ দিনা ৰাভাদেৱে এটি গীত ৰচনা কৰিলে :

"লগণ উকলি গ'ল
তেওঁ যে নহ'ল কোৱা
মনৰ কথাটি মোৰ
হিয়াত গুপুতে থোৱা।
কিমান হেঙুলী উষা
কিমান জোনাকী নিশা
মিছাতেই গ'ল মোৰ
কিমান গধূলি পুৱা।

মলয়াই কাণে কাণে
মনৰ বাতৰি আনে
সুৰে সুৰে
হিয়ায়ো যে গান জোৰে
শুনিছানে সেই সুৰ
পৰাণত তোলা মোৰ
হৃদয়ৰ গোৱা গান
ভাল পোৱা ! ভাল পোৱা !!

আৰু লিখিলে :

"পৰজনমৰ শুভ লগণত
যদিহে আমাৰ হয় দেখা !
পুৰাবানে প্ৰিয়ে এই জনাৰ
মোৰ হিয়াৰ অপূৰ্ণ আশা ?
এই জনমৰ কুসুম মালা
যতনে তুমি গাঁথি ৰাখিলা
কাহানিও তুমি নি-পিন্ধালা
শূন্য মোৰ বুকু হ'ল যে উকা !
এই জীৱনৰ আঁউসী ৰাতি
চকুলো টুকি যায়নে কাটি
কাহানিও সুখৰ ৰূপহী জোনাই
হৃদয়ৰ জিলিকনি নিবিলায় ।

এই জনমৰ গোপন কথা
গুপুতে থাকি দিলে যে ব্যথা
কাহানিও তুমি নেদেখিলা
শোকৰে ছবিটি হিয়াতে আঁকা ।"

এদিন ৰাভাই অন্তৰৰে ভাল পোৱা আৰু ইতিমধ্যে বিবাহ দিয়া 'ছোৱালী গৰাকী'ক তেওঁৰ স্বামীয়ে নিৰ্য্যাতন দিয়া দেখি, মনত মৰ্ম্মান্তিক বেজাৰ পাই এটি গীত লিখিছিল :

এটুপি চকুলো মোৰ যে কেৱল
সেয়ে মোৰ ৰাজমহল'
প্ৰণয়েৰে ভৰা
শোণিতেৰে গঢ়া,
শাণ্‌ত চিৰ উজ্জ্বল।"

কাৰণ ৰাভাদেৱে সামাজিক স্বাৰ্থৰ খাতিৰতে আঁতৰি ফুৰিব লগীয়া হৈছিল।

বিষ্ণু ৰাভাই বৰজুলি চাহ বাগিছাত কাম কৰি থকা, বান্দৰ মাচীৰ ৺দেবেন্দ্ৰ নাথ নাৰ্জাৰীৰ ঘৰত প্ৰায়ে আছিলগৈ আৰু তেখেতৰ ঘৰতে প্ৰায়বোৰ গীত ৰচনা কৰিছিল। গীতৰ সৃষ্টি উৎস আছিল অন্তৰ উজাৰি ভাল পোৱা এগৰাকী গাভৰু। ৰাভাই লিখিছিল :

"মোৰ কবিতাৰ ছন্দ লাগি
স্পন্দন তোৰ জাগে নে ?
কথা-মালিকাৰ গন্ধ লাগি
সোণৰ সপোন ভাগেনে ?
নাচে তৰা ছন্দে ছন্দে
বিশ্বভৰা মহানন্দে
সেই উলাহৰ হৰ্ষ লাগি
হিয়াত নাচোন উঠেনে ?
ৰন্ধ্ৰে ৰন্ধ্ৰে তুলি সুৰ
বাজে মন বাঁহী মোৰ
সেই সুৰতেই শাঁত কৰি ল'ই
পৰিবনে হিয়া জুৰ ?
ছেৱে ছেৱে ফুলে ফুলে
গোন্ধতে আমোল মোল
সেই ছেৱতে পুলক জগাই
এবাৰ হিয়াই নাচেনে ?"

নিয়তিৰ পৰিহাসত বিষ্ণুৰাভাই অন্তৰ উজাৰি ভালপোৱা ছোৱালী গৰাকী একৈশ বছৰ বয়সতে বিধৱা হ'ল। ৰাভাই মৰ্মান্তিক বেজাৰ পাই লিখিলে এটি গীত :

"ফুল কুঁৱৰীৰ ৰস চুমি ল'ই
পলাল ভোমোৰা
মুখ ঢাকি তাই কান্দে লুকাই
আপোন পাহৰা।"

আৰু লিখিছিল:

"মোৰ বুকু ফালি আনিম
বিজুলীৰে চাকি
খোপাত গুজিবা নে?
কুঁৱলী জাল কাটি আনিম
ৰূপোৱালী জোনাই
বিৰীত লগাবা নে?
সাগৰ সিঁচি তুলি আনিম
বগা মাণিক মণি
বিলৰ পৰা ছিঙি আনিম
পদুম গুৱণী;
সেই মাণিকৰ মালা গুঁথিব
সেই পদুমীৰ কেৰু গঢ়িম
কেৰু-মালা পিন্ধিবানে?"

প্ৰাণাধিকা প্ৰেয়সী গৰাকী কম বয়সতে বিধবা হোৱাত, ৰাভাদেৱে দুখ প্ৰকাশ কৰি গীত ৰচনা কৰিলে:

"নয়নত চকুলো থৈ
চোৰাঁ কিয় মুখলৈ
করুণ অৰুণ আঁখি
বিষাদ পাহিৰে ঢাকি
আছা কিয় তাতে বৈ?
ওকা চাকনৈয়া আনি
নিশাৰে কালিমা সানি
হিয়াতে ডাৱৰ মেলি
নোবাৱোবা লোৰ নৈ।"

বিষ্ণুপ্ৰসাদ ৰাভাই ভাল পোৱা ছোৱালী গৰাকী বিধবা হ'ল যদিও অসীম ধৈৰ্য্য আৰু মনোবলেৰে পুনৰ পঢ়াশুনা কৰি, জীৱিকা নিৰ্ব্বাহৰ পথ বাছি ল'লে। তেখেত এতিয়াও জীৱিত। ৰাভাদেৱ যেতিয়া বেমাৰ পৰি আছিল তেতিয়া তেখেতে ছটফটাই ফুৰিছিল, আৰু ৰাভাদেৱৰ পত্নী মোহিনী ৰাভাৰ একান্ত অনুৰোধক্ৰমে তেখেত ৰাভাদেৱৰ ওচৰলৈ প্ৰায়ে সন্ধ্যা সময়ত গৈছিল।

বিষ্ণু প্ৰসাদ ৰাভাদেৱৰ জীৱনৰ অন্তিম সময়তো মোহিনী ৰাভাৰ অনুৰোধক্ৰমে তেখেত তেজপুৰ চিভিল হস্পিটেললৈও গৈছিল। তেতিয়া ৰাভাদেৱে চিনি পাই ওচৰলৈ যাবলৈ কোৱাতো তেখেত ওচৰলৈ যাব খোজা নাছিল। মোহিনী ৰাভাই অনুৰোধ কৰি ওচৰলৈ লৈ গৈছিল। তেতিয়া ৰাভাদেৱে তেখেতৰ হাত এখন নিজৰ বুকুত দিবৰ কাৰণে মোহিনী ৰাভাক কৈছিল, "মোহিনী, তেওঁৰ হাত এখন মোৰ বুকুত থোৱাচোন!" স্পষ্টবাদী, বিশাল উদাৰতাৰে ভৰা অন্তৰৰ মোহিনী ৰাভাই তেখেতৰ হাত এখন নি ৰাভাদেৱৰ বুকুত লগাই দিয়াত ৰাভাদেৱে চকু মুদি দিছিল। কিছু সময়ৰ পিছত ৰাভাদেৱে হাতখন আঁতৰাই দিবলৈ কোৱাত মোহিনী ৰাভাই আঁতৰাই দিছিল। বিষ্ণুৰাভা আৰু সেই ভদ্ৰমহিলা গৰাকীৰ আজীৱন প্ৰেম আছিল অমৃতময় আৰু পবিত্ৰ। প্ৰেমৰ তেনেকুৱা অমৰত্ব বাস্তৱ জগতত খুব বিৰল।

বিষ্ণুৰাভাদেৱৰ মৃত্যুৰ পিছত মোহিনী ৰাভা অত্যন্ত বিচলিত হৈ পৰিছিল। সেই বিষয়ে 'ভাওনাৰ অৱসান' শিতানত পিছত বিস্তৃত বিৱৰণ দিয়া হৈছে। মোহিনী ৰাভাই এসপ্তাহমান ভাত-পানীও খোৱা নাছিল আৰু খাব নোৱাৰা হৈ আছিল। তেতিয়াও, সেই ভদ্ৰমহিলা গৰাকী মোহিনী ৰাভাৰ ওচৰলৈ গৈ, মৰমকৰি, বুজাই-বঢ়াই, শান্তনা দি, নিজে ভাত খুৱাইছিল। তেখেতক মোহিনী ৰাভাই কিমান শ্ৰদ্ধা কৰে, ভাবিব নোৱাৰি। তেখেতে মোহিনী ৰাভাৰ মুখত সেই সময়ত অন্ন নিদিয়া হ'লে আন কাৰো দিবৰ সাধ্য নাছিল। সেই শ্ৰদ্ধেয়া মাতৃগৰাকীলৈ আমিও আন্তৰিক শ্ৰদ্ধা ভক্তি জ্ঞাপন কৰিছোঁ।

১৮৩৪-৩৫ চনত জ্যোতিপ্ৰসাদ আগৰৱালাদেৱৰ প্ৰথম অসমীয়া কথাছবি 'জয়মতী'ৰ শব্দগ্ৰহণ আৰু অন্যান্য যাৱতীয় কামত আৰু নিজৰো কেবাখনো পালাৰ ৰেকৰ্ডিং, ভালেমান গতিৰ ৰেকৰ্ডিং আদি কৰিবলৈ বিষ্ণুপ্ৰসাদৰাভা, জ্যোতিপ্ৰসাদ আগৰৱালাৰ সৈতে কলিকতালৈ গৈছিল। তেখেত সকলৰ লগত গীত ৰেকৰ্ডিং কৰিবলৈ যোৰহাটৰ সুকণ্ঠি গায়িকা প্ৰিয়বালা দত্ত, তেওঁৰ ভিনিহিয়েক প্ৰবোধ বৰুৱা আৰু বায়েক; তেজপুৰৰ সাধনা বৰুৱা ( বৰ্ত্তমান ডিব্ৰুগড়ৰ

সাধনা দত্ত) মমতা মেচ, গিৰিবালা; মনোৰমা, শ্ৰীকমল নাৰায়ণ চৌধুৰী, পুৰুষোত্তম দাস, আদিও গৈছিল। কলিকতাৰ কমল বসুৱে গীত ৰেকৰ্ডিং কৰাত সহায় কৰি দিছিল।

মনোৰমা, প্ৰিয়লতা আৰু কোনোবা এগৰাকীয়ে বিষ্ণুপ্ৰসাদ ৰাভাক ভাল পাইছিল আৰু বিবাহ পাশত আবদ্ধ হ'ব খুজিছিল। কিন্তু ৰাভাদেৱে প্ৰশ্ৰয় নিদিয়াত, হতাশ হৈ মনোৰমাই আত্মহত্যা কৰিলে। শেষত, সামাজিক প্ৰথামতে, প্ৰিয়লতা দত্তৰ লগত কলিকতাতে ৰাভাদেৱৰ বিবাহ হৈছিল—। বিবাহৰ চাৰি দিন পিছতে প্ৰিয়লতাৰ জ্বৰ হ'ল। ঘৰতে ডাক্তৰৰ হতুৱাই চিকিৎসা কৰোৱাত একো সুফল নিদিয়াত ডাক্তৰৰ পৰামৰ্শক্ৰমে, বিবাহৰ সাত দিনৰ দিনা, অৰ্থাৎ জ্বৰ হোৱাৰ তিনদিনৰ দিনা ৰাভাদেৱে প্ৰিয়লতাক কলিকতা মেডিকেল কলেজ হস্পিটেলত ভৰ্ত্তি কৰিলেগৈ—। হস্পিটেলত চিকিৎসা চলিল, কিন্তু ৰোগ টাইফয়ড বুলি নিৰ্ণয় হ'ল। সেই সময়ত টাইফয়েড ৰোগৰ আধুনিক ঔষধ ওলোৱা নাছিল। তথাপিও ৰাভাদেৱে গতানুগতিক হস্পিটেলৰ চিকিৎসাৰ উপৰিও, এগৰাকী নাৰ্চক বিশেষভাৱে প্ৰিয়লতাৰ শুশ্ৰূষা কৰিবলৈ নিয়োগ কৰি দিছিল। কিন্তু ডাক্তৰ নাৰ্চৰ আপ্ৰাণ চেষ্টা আৰু শুশ্ৰূষাৰ ফলতো প্ৰিয়লতাৰ অৱস্থা বেয়াৰ ফালে ঢাল খালে। বিবাহৰ আঠাইছ দিনৰ দিনা, অৰ্থাৎ বেমাৰ আৰম্ভ হোৱাৰ চৌব্বিছ দিনৰ দিনা ৰাভাদেৱৰ কোলাত মূৰ থৈ প্ৰিয়লতাই চিৰদিনৰ বাবে চকু মুদিলে। ৰাভাদেৱে অন্তৰত বৰ দুখ পালে।

তাৰ পিছত ৰাভাদেৱ তেজপুৰলৈ গুচি আহিল। ইতিমধ্যে জ্যোতি প্ৰসাদৰ 'জয়মতী' কথাছবিয়েও মুক্তি লাভ কৰিলে। তেনেতে ১৯৩৬ চন পালেহি।

## সমাজ সেৱাত বিষ্ণুৰাভা

১৯৩৬ চন, বাৰিষা কাল, অভূতপূৰ্ব্ব বানপানীয়ে প্ৰলয়ঙ্কৰ মূৰ্ত্তি ধৰি ৰাইজক নাকনি-কাননি কৰিছিল। তেজপুৰ মহকুমাতো বহুতো ঠাইত ২অভূতপূৰ্ব্ব বানপানী হৈ বহুতো শস্য পথাৰতে নষ্ট হ'ল, গৰু মহ-উঠি গ'ল, বহুতৰ ঘৰ-দুৱাৰ ভাগিল, কেবাজনো মানুহ বানপানীয়ে উটুৱাই নিলে। বৃটিছ চৰকাৰে বান-পীড়িত ৰাইজৰ সাহায্যাৰ্থে আশ্ৰয় শিবিৰ খুলি খাদ্য-দ্ৰব্য, ঔষধ পাতি আদিৰ যোগান ধৰিলে। কিন্তু চৰকাৰী সাহায্য যথেষ্ট নোহোৱাত মানুহৰ অবৰ্ণনীয় কষ্ট হৈছিল। নানা অনুষ্ঠান-প্ৰতিষ্ঠানে টকা-পয়চা, বস্ত্ৰ-বাহানি তুলি বান পীড়িত ৰাইজলৈ সাহায্য আগবঢ়ায়। বিষ্ণুপ্ৰসাদ ৰাভাদেৱো বহি নাথাকিল। তেওঁ কেবাজানো বন্ধুৰ সৈতে ওলাই আহি গামোছা এখনেৰে হাৰমনিয়াম এটা ডিঙিত ওলোমাই লৈ, বজাৰে-ঘাটে, বাটে-পথে গীত গাই গাই ৰাইজৰ পৰা দান-বৰঙণি, টকা-পয়চা, বস্ত্ৰ-বাহানি তুলি, বহুতো খাদ্য দ্ৰব্য ; সাজ-পাৰ, কাপোৰ টকা-পয়চা গোটাই দৰং জিলাৰ তেতিয়াৰ উপায়ুক্ত গৰাকীৰ হাতত বান প্ৰপীড়িত ৰাইজৰ সাহাযাৰ্থে জমা দিছিল গৈ।

## সঙ্গীত শিক্ষক বিষ্ণুৰাভা

১৯৩৬ চনত তেজপুৰত থাকোঁতে ৰাভাদেৱক তেজপুৰৰ জেইলাৰে অনুৰোধ কৰিলে, তেজপুৰ জেলত থকা সঙ্গীতানুৰাগী কয়দী সকলক সঙ্গীত আৰু অভিনয়ৰ শিক্ষা দিবৰ বাবে। উপায়ন্তৰ হৈ, ৰাভাই কয়দী সকলক এমাহ ধৰি সঙ্গীত আৰু অভিনয়ৰ শিক্ষা দিলে। তাৰ পিছত তেওঁ অন্য কামত যাবলৈ ওলাল। জেইলাৰে সেই এমাহৰ পৰিশ্ৰমিকৰ বাবদ কিছু ধন যাচিলে। ৰাভা ল'বলৈ ক্ষান্তি ন'হল। জেইলাৰে ল'বলৈ বৰকৈ অনুৰোধ কৰাত ৰাভাই ক'লে, "যদি কিবা কাৰণত কেতিয়াবা এই জেলবাসীৰ লগত থাকিব লগীয়া হয় তেতিয়া কেনেকৈ এওঁলোকৰ আগত মুখ দেখুৱাম ?

## পাহৰোঁ কিদৰে চাই

সেই সময়ৰে কথা। তেজপুৰৰ পৰা ৭ মাইল মান পূৱে সোণাবিল চাহ বাগিছা। কালীপূজাৰ সময়ত সেই চাহ-বাগিছাতে নাটক অভিনয়ৰ বাবে আমন্ত্ৰণ আহিল বিষ্ণুৰাভা আৰু তেওঁৰ দললৈ। তেওঁলোকে সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাদেৱৰ ৰচিত 'কুৰুক্ষেত্ৰ' নাটকখন অভিনীত কৰাৰ বাবে নিৰ্ব্বাচন কৰি ল'লে। শিল্পী দলৰ লগত আছিল ৺বিষ্ণুপ্ৰসাদ ৰাভা, কমল নাৰায়ণ চৌধুৰী, অসম ৰাজ্যিক পৰিবহণ নিগমৰ একনিষ্ঠ চালক শিল্পী কালীচৰণ দাস, ৺বিমল ভট্টাচাৰ্য্য আৰু এসময়ৰ অসমৰ নামজ্বলা ফুটবল খেলুৱৈ শিল্পী ৺প্ৰফুল্ল ( পুতুল ) দাস। কমল নাৰায়ণ চৌধুৰীয়ে শ্ৰীকৃষ্ণৰ ভাও লৈছিল। সোণাবিল চাহ-বাগিছাৰ মজদুৰ ভাই-ভনী সকলে ছুটিৰ দিনত আৰু থিয়েটাৰ চোৱাৰ উলাহত ফটিকা খাই বহুতৰে ক'ব নোৱাৰা অৱস্থা হৈছিল। থিয়েটাৰ চাবলৈ চাহ-মজদুৰ ভাই-ভনী সকল সদলবলে গোট খালেগৈ। থিয়েটাৰ আৰম্ভ হ'ল। শ্ৰীকৃষ্ণৰূপী কমল নাৰায়ণ চৌধুৰী মঞ্চত প্ৰৱেশ কৰাৰ লগে লগে সেইজনেই আচল ভগৱান শ্ৰীকৃষ্ণ বুলি নিচাতে আসক্ত হৈ থকা মজদুৰ সকলে হুলস্থুল লগালে। কমবেছি পৰিমাণে নিচাত আসক্ত সকলো মজদুৰ দৰ্শক শ্ৰীকৃষ্ণৰ চৰণ স্পৰ্শ কৰিবলৈ উত্ৰাৱল হ'ল। উশৃঙ্খল দৰ্শকক নিয়ন্ত্ৰণ কৰাটো বাগিছা কৰ্ত্তৃপক্ষৰ বাবেও মহা সমস্যা হৈ পৰিল। তেনে অৱস্থাত ৰাভাই ক'লে, "ড্ৰপচিন পেলোৱা, ড্ৰপচিন পেলোৱা।" ড্ৰপচিন পৰিল। লগে লগে কমল নাৰায়ণ চৌধুৰীক ক'লে, কমল, শ্ৰীকৃষ্ণৰ সাজ-পাৰ-খুলি দাড়ি গোঁফ-লগাই ঋষি হোৱা! তৎক্ষণাত! পলম নকৰিবা। নহ'লে ইহঁতে শ্ৰীকৃষ্ণক নেফানেফ কৰিব এতিয়া। গুলি মাৰা তোমাৰ থিয়েটাৰ। পুতুলক মাইকী এজনী কৰি দিয়া। কালিচৰণেও গোঁফ একোছা তৎক্ষণাৎ লগাই লোৱাঁ। "ৰাভাই নিজে মাদল এটা লৈ, ড্ৰপচিন উঠাবলৈ ক'লে। নহ'লে বাহিৰত কোলাহল হুলস্থুল। ড্ৰপচিন উঠোৱাৰ লগে লগে ৰাভাই মাদল কোবাই কোবাই মঞ্চত প্ৰৱেশ কৰি গাবলৈ ধৰিলে :

অসম দেশৰ মাটি হায়—
দেখিঁ বুকু ফাটি যায়—
পাহাৰোঁ কিদৰে মই—,
পহিলী পীৰিতি হায়—।"

চাহৰ গলিয়ে গলিয়ে ফুৰে
সুন্দৰী ৰতনী ঐ,
সুন্দৰী ৰতনী ঐ,
মূৰত বেতৰ টুকুৰীটি লৈ,
কুমলীয়া ! আলফুলীয়া— !
আঙুলিৰ পৰশেৰে
তিনপতীয়া—পাত তুলি লয়— ।"

হাৰিয়া আৰু ঝুমুৰৰ অত্যাচাৰত মতিচ্ছন্ন হৈ পৰা মজদুৰ সকলক সহজে নিয়ন্ত্ৰণ কৰা টান যদিও, এই গীত আৰু মাদলৰ ধ্বনি শুনি উশৃঙ্খল হৈ পৰা মজদুৰ দৰ্শক সকল নিতাল মাৰিলে। কাঁহ পৰি জীন যোৱা অৱস্থা হ'ল।

লগে লগে কমল নাৰায়ণ চৌধুৰী ঋষিহৈ মঞ্চত প্ৰবেশ কৰি ঢুলকী বজাবলৈ ধৰিলে। কালিচৰণ দাসে কঁকালত হাৰমনিয়ামটো বান্ধি মঞ্চত প্ৰবেশ কৰিলে। সা-ৰে-গা-মা-পা-ধা-নি-সা বাজি উঠিল। পুতুল দাসে মাইকী এজনী হৈ কঁকাল ঘূৰাই মঞ্চত প্ৰবেশ কৰাৰ লগে লগে কালিচৰণ দাসে গীত আৰম্ভ কৰিলে :

"তুম্‌নে মুঝকো প্ৰেম শিখায়া,
শোৱে হুৱে হৃদয়কো জাগায়া,
একলীয়া সংসাৰ বসায়া,
মস্ত বনীয়া, ৰূপ দিখায়া
তুম্‌হী ৰূপ শৃঙ্গাৰ বালম
তুমহী ৰূপ শৃঙ্গাৰ।"

পুতুল দাসে গানৰ চেৱে চেৱে কঁকাল ঘূৰাই ঘূৰাই নাচিলে। দৰ্শকৰ অৱস্থা শান্ত হ'ল। 'কুৰুক্ষেত্ৰ" নাটকৰ অভিনয়তো সেই ৰাতি ড্ৰপচিন পৰিল।

## শঙ্কৰী কৃষ্টিৰ গৱেষক ৰাভা

সাহিত্য-ৰথী, ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাই অমৰ লিখনিৰে লিখিছিল—

"আমি অসমীয়া, নহওঁ দুখীয়া, কিহৰ দুখীয়া হ'ম ?
সকলো আছিল, সকলো আছে, শুনো নলওঁ গম ।

ড° ভূপেন হাজৰিকাই সেই সন্দৰ্ভতে সুৰদী-কণ্ঠেৰে-গালে—

'আমি অসমীয়া, নহওঁ দুখীয়া বুলি শান্তনা লভিলে নহ'ব !
আজিৰ অসমীয়াই নিজক নিচিনিলে অসম ৰসাতলে যাব !"

অসমত সকলো থাকিও একো নাই । প্ৰাচুৰ্য্যপূৰ্ণ অসমত প্ৰাচুৰ্য্যৰ মাজত দৈন্যতাই প্ৰাধান্য বিস্তাৰ কৰি আছে । অসমীয়া মানুহ কমোৱা তুলাৰ দৰে উৰি ফুৰা টকাবোৰো ধৰি ৰাখিব নেজানে বুলি এজন ৰাজপুতনাৰপৰা আহি অসমত ব্যৱসায় কৰি থকা ভদ্ৰলোকে এদিন কৈছিল । অসমীয়া মানুহক খৰচ কৰাৰ ক্ষেত্ৰত কোনেও পিছ পেলাব নোৱাৰে । অসমৰ বিষয়ে অসমৰ বাহিৰত অতি কম প্ৰচাৰ হয় কাৰণে, অন্য ৰাজ্যৰ বহুতো শিক্ষিত লোকেও অসমক 'জঙ্গলী দেশ' বুলি কোৱা শুনিছোঁ । আমাৰ বহুতে "ৰাম ৰাম বাবুজী" বুলি গোমস্তাটোকো হাতযোৰকৈ নমস্কাৰ দিয়ে, নহ'লে 'মহাজনৰ গোলাৰ পৰা কলিয়নে' বস্তু নেপায় । জনাই নজনাই হিন্দী কোৱা মানুহো পাইছোঁ ।" "একটা বৰ গাঁত থান্দ্ কৰ গোবৰ মাটি খুব থচ্ কে থচ্ কে গেলাই ৰাখনেসে বহুত আচ্ছা বোকা হোগা, চমজা হেঁই কি নাহি ? বঙালী ভাষাত কথা পতাৰ সীমা সংখ্যাই নাই । ৰাভাই সেই কাৰণেই কৈছিল, "অসমত সকলো লোকৰ লগতে অসমীয়াত কথা পাতিব লাগে । বাহিৰৰ পৰা অহা লোককো, চাহ-দোকানত কাম কৰা বিহাৰী ল'ৰাটোকো, অসমীয়া শিকাই অসমীয়া কৰি ল'ব লাগে ।" প্ৰখ্যাত সাহিত্যিক আৰু মুক্তি যুঁজাৰু মহাদেৱ শৰ্মাই ১৯২৫ চনত অসম লেজিচ্‌লেটিভ কাউন্সিলৰ সদস্য হৈ , শিলঙত বহা সভাত, গতানুগতিক প্ৰচলিত ইংৰাজীত কোৱা নীতি অমান্য কৰি অসমীয়াত কথা কৈছিল । সেই বিষয়ে আপত্তি কৰাত তেখেতে কৈছিল, "অসমত অসমীয়া ভাষা নকৈ ক'ত ক'ব ? আমি হাওৰা, কলিকতা, শিয়ালদহ আদিত ইংৰাজী বা হিন্দী বা অসমীয়া ক'লে এদিনো টিকিব নোৱাৰো । বঙালী ভাষাত কথা পাতিলেহে ৰেলৰ টিকট, চিনেমাৰ টিকট, বাচৰ টিকট, হোটেলৰ ছিট সহজলভ্য হয় ।

অসমৰ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে কাৰ্লমাৰ্ক্স আৰু মহাত্মা গান্ধীতকৈ বহুত

আগতে, স্বাৱলম্বিতা, সাম্য-মৈত্ৰীৰ দ্বাৰা সেই সময়ত উৰ্বলি যাবলৈ ধৰা অসমীয়া সমাজখনক ঐক্যবদ্ধ কৰিছিল। আজি কালি দুস্কৃতিকামী ব্যক্তিয়ে বিভেদৰ কঠীয়া সিঁচি, ভায়ে ভায়ে খৰিয়াল লগাই, সমাজ ব্যৱস্থা লণ্ড-ভণ্ড কৰিয়েই এৰা নাই, অসমীয়া জাতি, অসমীয়া ভাষা, কৃষ্টি-সংস্কৃতি, সাহিত্য-ক'লা সকলোকে গ্ৰাস কৰিবলৈ পথ প্ৰদৰ্শন কৰিও দিছে।

কাৰণ, একতাবদ্ধ হৈ থাকিলে অসমীয়া জাতিক কোনেও একো কৰিব নোৱাৰে। কিন্তু বিভেদ সৃষ্টি কৰি, কূটনীতি প্ৰবৰ্তন কৰিব পাৰিলে অসমীয়া জাতিৰ পতন আৱশ্যম্ভাবী। অসমীয়া মানুহৰ সহজ-সৰলতা আৰু সহিষ্ণুতাৰ সুযোগ লৈ দুষ্কৃতিকাৰীাইতে অসমতে হাজাৰ হাজাৰ বছৰ ধৰি ককাইভাইৰদৰে একেটা পৰিয়ালৰ নিচিনাকৈ মিলাপ্ৰীতিৰে বসবাস কৰি থকা বিভিন্ন ভাষা-ভাষী, জাতি-জনজাতি, শ্ৰেণী-গোষ্ঠী ধৰ্মৰ লোকৰ মাজত আইঁফলা নীতিৰে ভাগ ভাগ কৰি দেখুৱাই, মুখত ৰাম নাম লৈ সমাজসেৱকৰ ভাও ধৰি, গাত ছাৰ মৰা কাপোৰ লৈ, প্ৰয়োজন হ'লে মালাগুটি জপ কৰি বিড়াল তপস্বী হৈ, ভণ্ডামি কৰি, দিনত হ'লে ব্ৰহ্মচাৰী, ৰাতি হ'লে অত্যাচাৰীৰ ভেশ ধৰি, অসমখন টুকুৰা টুকুৰ কৰাৰ প্ৰচেষ্টা ১৮৩৭ চনৰপৰাই কৰি আহিছে। অসমীয়াৰ সামাজিক জীৱনৰ। ধ্বজা স্বৰূপ সত্ৰসভা বিলাকো শ্ৰীমন্ত শঙ্কৰদেৱৰ উদ্দেশ্যৰপৰা অদৃশ্য কাৰণ বা প্ৰভাৱত ফালৰিকাটি হয় নিষ্ক্ৰিয় নহয় মৌন হৈ পৰিল। গাঁৱৰ মেধিও ৰাম-ৰাজনীতিৰ চাকনৈয়াত উঠি গৈ খালত পৰিল। নল মৰি গজালি ওপজাৰ দৰে যোৱা ৫০ বছৰ মানত ধৰ্মৰ নামত ৬/৭টা অনুষ্ঠান উপৰ্যুপৰি গঠন হৈ উঠিল। ধৰ্ম একেটাই যদিও, প্ৰত্যেকে বেলেগ বেলেগ ধৰণে ব্যাখ্যা কৰাত, যি সৰ্বহাৰা, সাধাৰণ ৰাইজে মৃত্যুবান ধৰ্মগাওঁৰ ধৰি যোৱা ৪০০ বছৰে শঙ্কৰ-মাধৱৰ ধৰ্মমতক ভুলে-শুদ্ধই, সমাজ নভঙাকৈ জীয়াই ৰাখিছিল, সেই সৰ্ব্বহাৰা কৃষক-বনুৱা, হালোৱা চহোৱা আজি পেপুৱা লাগিছে। কাৰণ তেওঁলোক মহাসঙ্কটত পৰিছে। জ্যেষ্ঠ পাণ্ডৱ সত্যবাদী যুধিষ্ঠিৰে কৈছিল, "দুটা বা ততোধিক কৰ্ম্মৰ মাজত কোনটো ভাল, কোনটো বেয়া, কোনটো গ্ৰহণ কৰা উচিত, কোনটো অনুচিত, কোনটো সত্য, কোনটো অসত্য, তাক থিৰাং কৰিব নোৱাৰাটোৱেই হৈছে ধৰ্ম সঙ্কট। এই সঙ্কটপূৰ্ণ অৱস্থাত, ঈশ্বৰক 'পতিত পাৱন' বুলি নাম গালেও অন্তৰত অস্পৃশ্যতা, জাত-পাতৰ বাচ-বিচাৰ, উচ্চ-নীচৰ ভেদাভেদ অসমত বিৰাজমান। শাস্ত্ৰৰ অৰ্থ হৈছে ধৰ্ম্ম শাসনতন্ত্ৰ নিৰ্দ্ধাৰণ কৰা। কিন্তু যি থিনি কাম ধৰ্ম্মৰ নামত

শঙ্কৰদেৱে কৰিছিল, সেইখিনি কাম শুদ্ধভাৱে সমাজত প্ৰয়োগ নোহোৱাত একতাৰ বান্ধ সোলোক-ঢোলোক হৈ পৰাটো অনস্বীকাৰ্য্য।

ড° ভূপেন হাজৰিকাই গাইছে, 'শঙ্কৰ, মাধৱৰ মহা মহা সৃষ্টিৰে, জিলিকাব লুইতৰে পাৰ, আৰু মহাবাহু ব্ৰহ্মপুত্ৰ মহা মিলনৰ তীৰ্থ।' বিষ্ণুপ্ৰসাদ ৰাভায়ো অসমীয়াৰ অতীত গৌৰৱ, আৰু শৌৰ্য্য বীৰ্য্যৰ কথা সোঁৱৰাই দি, অসমৰ উদীয়মান নতুন পুৰুষক ন-অসম গঢ়িবলৈ আহ্বান জনাইছিল। ৰাইজৰ ওপৰত বিষ্ণুৰাভাৰ আছিল অটল বিশ্বাস। বিপ্লৱী কবি, অকালতে দুষ্কৃতিকাৰীৰ হাতত কলিকতাত প্ৰাণ হেৰুওৱা ৺অমূল্য বৰুৱাৰো আছিল মানুহৰ ওপৰত বিশ্বাস:

"আমাৰ আছে মানুহৰ ওপৰত বিশ্বাস—,
ভৱিষ্যতৰ ৰঙা সূৰ্য্যৰ পিনে চকু—।"

ৰাভাই কৈছিই, 'ৰাইজৰ মৰম চেনেহ আমাৰ ৰক্ষা কৱচ। ৰাইজৰ আশীৰ্ব্বেই আমাৰ পশুপাত অস্ত্ৰ। এই ৰক্ষা কৱচ আৰু পশুপাত অস্ত্ৰৰ বলতেই আমি সুস্থ, বলীষ্ঠ আৰু নিৰ্ভীক সৈনিক।"

ৰাভাই ব্যাখ্যা কৰিছিল, 'বটদ্ৰৱাত' 'চিহ্নযাত্ৰা' ভাওনা চাবলৈ এগৰাকী পোহাৰীও মাছৰ পাছি মূৰত লৈয়েই গৈছিল, চিহ্নযাত্ৰা ভাওনা চাই থাকোঁতে থাকোঁতে পোহাৰী গৰাকীয়ে মাছৰ কথা পাহৰি গ'ল। মাছখিনি গেলিল। গেলা মাছখিনি কাষতে থকা লুইতত ধুবলৈ লৈ গ'ল। কিন্তু পানী পাই গেলা মাছে যেন সাঁতোৰ মেলিলে। ইয়াৰ তাৎপৰ্য্য এয়েই যে শ্ৰীমন্ত শঙ্কৰৰ কাব্য-কলা-সঙ্গীত সাহিত্য প্ৰতিভাৰ বলত গেলি যোৱা সমাজখনে ত্ৰাণ পালে।

শ্ৰীমন্ত শঙ্কৰদেৱৰ বিষয়ে ৰাভাই কৈছিল, এই পৃথিৱীত যি সকল মহাপুৰুষে জন্মগ্ৰহণ কৰিছিল, তাৰ ভিতৰত তিনিজনা মহাপুৰুষ আছিল কৃষ্টিৰ আকঁৰ। এজন হৈছে স্বয়ং শ্ৰীকৃষ্ণ। তেওঁ কি নাজানিছিল? গীত-বাদ্য, নৃত্য, ধনুৰ্বিদ্যা, ক্ৰীড়া, ৰাজনীতি ইত্যাদি সৰ্ব্বগুণনিধি আছিল। আন এজন আছিল ইটালিৰ লিওনাৰ্ডো ডা ভিঞ্চি (১৪৫২—১৫১৯)। তেওঁ একেলগে বৈজ্ঞানিক, চিত্ৰকৰ, ৰাজনীতিজ্ঞ পুৰুষ আছিল। আৰু এজন আছিল। তেওঁ হ'ল আমাৰ এই অসমৰে মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ, যাক আজি অসমে গুৰু বুলি পূজা কৰে। সঁচাকৈয়ে শঙ্কৰদেৱ অসমৰ গুৰু, অসমীয়াৰ প্ৰাণ। আজি শঙ্কৰদেৱৰ কৃষ্টি বা সাহিত্য বাদ দিলে অসমীয়াৰ মৃত্যু হ'ব। শঙ্কৰ নাথাকিলে অসমৰ একোৱেই নাই। শঙ্কৰদেৱে কি নাজানিছিল আৰু কিনো নিদিছিল? অসমীয়াক তেঁৱেই সকলো দি গৈছিল।

তেওঁ নগাৱঁৰে বটদ্ৰৱাত শিলিখা গছৰ তলত বহি আমাৰ অমূল্যবস্তু 'কীৰ্ত্তন' পুথি ৰচনা কৰি আমাক দান কৰি থৈ গৈছে। কল-কাৰখানা, নামঘৰ তেৱেঁই গাথি দি নিৰ্মাণ কৰিছিল। কপিলী মুখত মাটিৰে খোল তৈয়াৰ কৰিছিল। বৈকুণ্ঠ লীলা নাট-ভাওনা দেখুৱাইছিল। অসমীয়াৰ গীত-বাদ্য, নৃত্য, সাহিত্য, দৌলযাত্ৰা, হাটী, ধন পুঁজি, সমাজ, ধৰ্ম্ম, বিচাৰ, নীতি, আইন, নৈতিক আন্দোলন, অহিংসা, ত্যাগ, ভোগ, বৈৰাগ, সমাধি, সকলো শঙ্কৰদেৱে অসমীয়াক দি গৈছিল। কেৱল অসমীয়াইহে সেই বিলাক আয়ত্ব কৰি ল'ব পৰা নাই। এই শঙ্কৰদেৱৰ আমোলতে আমি অসমীয়াই নাট-ভাওনা পাওঁ, শঙ্কৰী পদ্ধতিত ৰচা গীত-ৰাগ, সুৰ-সঞ্চাৰ পাওঁ। আজিও অসমীয়াই ভাওনা পাতে মুখত ৰং সানি সাজ অলঙ্কাৰ পিন্ধি। পাতনিতে সৰু ধেমালি, বৰ ধেমালি, ঘোঁৰা ধেমালি বাজে, নান্দী সুহাই একতালীৰ পাছত সূত্ৰধাৰ ভঙ্গীমাৰ ছেৱে ছেৱে সূত্ৰধাৰে—নাচে, তাৰপাছত গোসাঁই গোসাঁনী, ৰজা-ৰাণী, সৈন্য-সামন্ত আদি প্ৰবেশ কৰে। নাটকৰ ঘটনা নানা গীত বাদ্যেৰে, অঙ্গী-ভঙ্গীৰে প্ৰকাশিত হয় শেহত কল্যাণ খৰমানত সমাপন হয়। মাৰ্ক্সৰ সাম্যবাদ আৰু গান্ধীৰ সাম্যবাদৰ আগেয়ে তেওঁ তেনে নীতি প্ৰচাৰ কৰিছিল। যৱন হৰি, ভোট, গাৰো, শ্ৰীৰাম কৈৱৰ্ত্ত সকলো...তেওঁৰ শিষ্য আছিল। এই ভাওনা নাট্য শাস্ত্ৰৰ অনুসাৰে লিখা। ভাওনাৰ প্ৰকাশভঙ্গীও শাস্ত্ৰ সমৰ্থিত, কিন্তু তাৰ প্ৰকাশ ভঙ্গী, তাৰ গীত-মাত, তাল-সুৰ, মঞ্চ অসমীয়া। গতিকে ভাৰতৰ আন আন সঙ্গীতৰ লগত বিশেষ সামঞ্জস্য নাই।"

বটদ্ৰৱাত প্ৰদৰ্শন কৰা চিহ্ন-যাত্ৰা ভাওনাৰ বৰ্ণনা এনেধৰণৰ :

বায়ু মণ্ডলীত ৰাগ দিলন্ত শঙ্কৰ।
পাতিসদ্ধা এক বৃক্ষ আছে ভয়ঙ্কৰ॥
যেতিক্ষণে শঙ্কৰে ৰাগক তুলি দিল।
দুই চৰণ দিতে পাত সামন্তে সৰিল॥"
বহায় শোষক বায়ু অসংখ্য অপাৰ।
আৰু দুই ফাঁকি দিতে পাত ভৈলা তাৰ॥
নজানিলা সভাসদে কিবা ৰাত্ৰি দিন।
দেখি বৈকুণ্ঠক যেন পাত ভৈলা ক্ষীণ॥
হাজাৰ দশেক লোক তৈতহুয়া আছে।
হাত তুলি হৰিধ্বনি কৰিলন্ত পাছে।

বিষ্ণুৰাভা আছিল সুন্দৰৰো পূজাৰী। সেয়ে তেওঁ গাইছিল—

"ঘাউঁতি যুগীয়া
বৰগীত অমিয়া
বনগীত সুৰীয়া অ'
গোৰাঁ অসমীয়া
প্ৰাণ মন ভৰি—
পূজাৰী অ', পূজাৰী অ'
সুন্দৰ পূজাৰী অ'।

সঙ্গীতৰ ধাৰা আৰু বৰগীত সম্পৰ্কে ৰাভাই কৈছিল, "ভাৰতত তিনিটা ঘাই সঙ্গীত পদ্ধতি আছে, হিন্দুস্থানী সঙ্গীত পদ্ধতি, কৰ্ণাটকী সঙ্গীত পদ্ধতি আৰু কামৰূপীয়া সঙ্গীত পদ্ধতি। কামৰূপীয়া সঙ্গীত পদ্ধতিৰ নিজস্ব তাল আছে, ৰাগ আছে, নৃত্য আছে, তালৰ মাত্ৰা বিচিত্ৰ আৰু বিজ্ঞান সন্মত।" (অসমীয়া কৃষ্টিৰ চমু আভাস)। "শ্ৰীশঙ্কৰদেৱে বিথোভিনৰ দৰে অসমৰ জলবায়ু অনুযায়ী সঙ্গীত সৃষ্টি কৰি অসমীয়াক নতুন বিধৰ সঙ্গীত চৰ্চা কৰিবলৈ শিক্ষা দান কৰিছিল। তথাপি অসমীয়াই এই মহাপুৰুষৰ মাহাত্ম্য বুজি নাজানি অৱজ্ঞা কৰি হিন্দুস্থানী, বঙালী সঙ্গীতৰ ফালে ঢলি পৰিছে আৰু তাৰ লগে লগে অসমীয়াৰ গৌৰৱৰ বস্তু শ্ৰীশঙ্কৰদেৱৰ গায়নৰ ৰাগবোৰো ক্ৰমান্বয়ে বিকৃত আৰু লুপ্ত হৈ আহিছে।

পুৰণি পুথিৰ ভাষাৰ ছাঁ লৈ ৰাভাই 'ডেকাগিৰিৰ দান' সম্পৰ্কে এনেকৈ লিখিছিল :

"কুসুম্বৰ শিৰোমণি ভূঞাৰ পুত্ৰ নাই, ভাৰ্য্যাত কহিছে" প্ৰিয়ে। আমাৰ উপৰি সকলে বৰতেহে ফল পায়। তুমিও শিঙ্গৰীৰ শিৱলিঙ্গত গৈ বৰ লোৱা।" এহি বুলি শিৰোমণি ভূঞাই বস্ত্ৰ দ্ৰব্য যুগুতি কৰি দিছে। সত্যসন্ধ্যা আয়ে আন আন সকলোকে লগত লৈ শিৱমূৰ্ত্তিত পূজা কৰি পুত্ৰৰ বৰ মাগিছে। শিৱই তুষ্ট হুইছে। শিৱমূৰ্ত্তিৰ মস্তকৰ মালা তাইৰ মাথাত পৰিধান হৈছে। লোকে দেখি আশ্চাৰ্য্য মানিছে। ব্ৰাহ্মণ সকলে বোলে, "তে মা! তোমাৰ বাঞ্ছা সিদ্ধি হ'ব।" পৰে ব্ৰাহ্মণ সকলক দক্ষিণা দি আই গৃহক আসি সুখে আছে। একসময়ত একনিশা আই শয়ন কৰি আছে। তেনেতে মহা ভয়ঙ্কৰ ৰূপ ধৰি গলত মুণ্ডমালা, হাতত ত্ৰিশূল, ডম্বৰু লৈ, সৰ্পৰ অলঙ্কাৰ পিন্ধি, বৃষভৰ ওপৰত উঠি সদাশিৱে নিজৰূপে দেখা দিছে। সত্যসন্ধ্যা আয়ে ভয় খাই চক্ষু মুদিছে। তাকে জানি সদাশিৱে

সেহিৰূপ সম্বৰণ কৰিছে। পাছে কান্ধত সুবৰ্ণৰ নৰগুণ লৈ, হস্তত লাখুটি ধৰি আৰু শৰীৰত পীতবস্ত্ৰ পিন্ধি বিষ্ণুই নিজৰূপে সাক্ষাত হৈ আইক মাত লগাইছে, "হে মাই! আমাক থাকিব থান দিয়া।" এই বাক্য শুনি আয়ে বুলিছে,—বাপ! আমি দাসী; তোমাক থাকিবাৰ থান কোন ঠাইত দিম? হে বাপ। আমাৰ এই মাথাকে পাতি দিওঁ। ইয়াতেহে চৰণ থবৰ যোগ্য।"

এহি বুলি আয়ে প্ৰাৰ্থনা কৰিছে। আইৰ প্ৰাৰ্থনাত সন্তুষ্ট হৈ গোসাঁই অদৃশ্য হুইছে—। আইৰ শৰীৰ সুশান্ত হুইছে আৰু নিশা প্ৰভাতে উঠি কুসুম্বৰ বৰ ভূঞাঁত কহিছে। ভূঞাঁই শুনি নিশ্চয় কৰি সেই দিনাৰেপৰা আইৰ নবীন পাক আদিৰ যোগান আৰু কাঁহী, কলহ, পাতিলা আদি কৰি প্ৰৱৰ্ত্তনৰ সম্ভাৰ পৃথকে দিছে আৰু আয়ে এনাদৰে ভোজন কাজ কৰি সুখে আছে—। লাসে লাসে আইৰ শৰীৰৰ কান্তি একৰূপে অধিক প্ৰকাশ কৰিছে—।

সেহি সময়তে পূৰ্ণ ব্ৰহ্মাই সত্তমূৰ্ত্তি স্বৰূপে অৱতাৰ হুইবাক ইচ্ছা থানি কৰিছে। ইদিশে—আইৰ শৰীৰৰ কান্তি জ্যোতিষ্মান হুইছে—। যিমতে দৈৱকীৰ দেহাৰ কান্তি বন্দীশালত হৈছিল। সেহিমতে ভূঞাঁৰ গৃহকো আইৰ শৰীৰৰ কান্তি জ্যোতি কৰিছে—। পাছে পৰে সময় বুজি ঈশ্বৰ ভগাৱন্ত পুৰুষে শ্ৰীমন্ত শঙ্কৰ হৈ গুৰু-ৰূপে আসি দুখীয়া জীৱক নিস্তাৰ কৰিবৰ কাৰণে কৃপা কৰি ১৩৭১ শকত কাৰ্ত্তিক সংক্ৰান্তিৰ অমাৱস্যা তিথিত বৃহস্পতিবাৰে মধ্য নিশা সময়ত এহি পৃথিৱীতে বেকত হুইছে। তেতিক্ষণে কণিকা বৃষ্টি আৰু ভূমিকম্প হুইছে। তিনিটা হাঁচি, তিনিটা হামি আৰু তিনিডাল নাৰী ঈশ্বৰে লগতে আনিছে—। তেৰাৰ সুস্থ শৰীৰ নাৰী সকলে জোকাৰি দিছে—। ৰাজ্যত বাদ্য-ভাণ্ড আপুনি বাজিছে। হস্তী ঘোঁৰা শালতে বিহনি দিছে—ৰাজ্যৰ—দেৱ দেৱালয়ত বস্তি জাত কৰি নমাইছে মূৰ্ত্তিবিলাক কাটি হৈ পৰিছে, বিনা বাতাসে ৰাজ্যত সুঘ্ৰাণ বহিছে,— বৰ অদ্ভুত দেখি ব্ৰাহ্মণ ভট্টাচাৰ্য্যত সোধা হৈছে—। পণ্ডিত সকলে অনুভাবে কহিছে,—"এই লক্ষণে ৰজাৰ কুৱঁৰহে জন্মিব পায়—।"—মন্দৰা দলৈ (কেহোৰ মতে সত্তৰাম দৈৱজ্ঞই) গণি পঢ়ি সকলো লক্ষণ প্ৰকাশ কৰিছে,—"সত্ত মূৰ্ত্তি ধৰি ঈশ্বৰ অৱতাৰ হুইছে। আবাৰ জন্মত দেৱ-দেৱালয়ৰ কলিৰ সকলো কলুষ দূৰ হ'ব। আৰাই কেৱল শুদ্ধ ধৰ্ম্ম আৰু হৰিনাম গুণ প্ৰকাশ কৰিব। আবাৰ ৰাশি ধনু, গণ দেৱ, নক্ষত্ৰ ৰোহিনী, আৰু জন্ম মাহেন্দ্ৰ যোগত পৰিছে, গুপ্ত নাম গঙ্গাধৰ হ'ব।" আনন্দত সবাৰে থ'ল নোহোৱা হুইছে—। শিৰোমণি ভূঞাৰ সকলে ভূঞা ব্ৰাহ্মণ সমস্তকে তাম্বূল পান তৈল দিছে, আৰু হালধি, ঘোলসিঞ্চাৰিছে,

কন্যাসকলক তেল সিন্দুৰ দিছে, আৰু সন্দৰা দলৈক বস্ত্ৰ অলঙ্কাৰ দি সন্মান দিছে। এহিমতে উৎসৱ আনন্দ কৰি সৱে ঘৰাঘৰি গৈছে—। চাৰি দিনত ভূঞা-ব্ৰাহ্মণৰ ভাৰ্য্যাসকল আসি শ্ৰীশঙ্কৰক দৃষ্টি কৰি চাই থাকন্তে তেৰাই একৰূপ ধৰিছে—। চাৰি হস্তে শঙ্খ. চক্ৰ, গদা, পদ্ম, মাথাত কিৰীটি, কৰ্ণত কুণ্ডল আৰু গাৱত পীতবস্ত্ৰ লৈ সুন্দৰ বালক ৰূপ দৰেপাইছে। ৰমণী সকলে দেখি মোহিত হৈছে। তাসম্বাৰ কোলাৰ ছৱালি খসি পৰিলেও তাহেঁতৰ মন নাই। পাছে প্ৰভুৱে সেই ঈশ্বৰ ৰূপ ঢাকিছে। ধাঁই চন্দৰি অকণি আয়ে তৈল সেন্দুৰ তামোল পান সবাকে দিছে। পাছে সেই ৰমণী সবে ঘৰাঘৰি গৈছে।

এহি গঙ্গাধৰে কলীয়া গোসাঁয়ে যিমতে লীলা দৰশাইছিল, সেই মতে শিশুলীলা, বাল্যলীলা, দৰশাইছে। পিছে পৰে শঙ্কৰৰ ৰবৰ অৰ্থে এওঁৰ নাম শঙ্কৰবৰ বা শ্ৰীশঙ্কৰ বা শ্ৰীমন্ত শঙ্কৰ হয়; আতপৰে বহু অপৰ নাম হয়। যেনে গোমস্তা; ডেকাগিৰি, গুৰু, হৰিদেৱ, মহাপুৰুষ, ৰত্নাকৰ, যশধৰ, আচাৰ্য্য, বাপ, গৃহস্থ, সৰ্ব্বানন্দ, গোপীনাথ, জগন্নাথ, শিৰোমণি, শিৱদেৱ, ভোলাই, স্বামী, সন্ত, মহন্ত, আৰু বৰ আতা।

এহি শঙ্কৰে শেহত দৰশিত সুন্দৰ গৌৰ কলেবৰ সুশোভন গহন গম্ভীৰ ধীৰ মতি, বৰ সুন্দৰ আয়ত কমল নয়ন যুগল সহিতে চান্দকহো জ্যোতি বয়ন লৈ যৌৱনৰ খটখটিত শ্ৰীচৰণৰ পদুমৰ চাব পেলায়। নানা থান সলনি কৰি বটদ্ৰৱা বা বৰদোৱাত থাকি সবে ঈশ্বৰৰ মহিমা কীৰ্ত্তন কৰি সুখে আছে। এনেদৰে ভূঞাই ব্ৰাহ্মণ সকলে এদিন আলচি আছে, হঠাতে ৰাম ৰাম গুৰুই শ্ৰীশঙ্কৰদেৱত কহিছে.— "তে বাপু ডেকাগিৰি! তুমি সদায় তীৰ্থক্ষেত্ৰ কথা কোৱা। এই আৰা সবে বৈকুণ্ঠৰ তীৰ্থক্ষেত্ৰ দেখিব পাৰা যাব।" এহি কথা শুনি শ্ৰীমন্ত শঙ্কৰে ভাবি চিন্তি "চিহ্নযাত্ৰা" ভাবনা কৰিবৰ উদ্যোগ কৰিছে, তাল, খোল, বাদ্য সকলো কৰিবৰ মন হুইছে। তেতিক্ষণে কাঠ ডাল আনিছে, চানেকী কৰিছে। কপিলী (কাজলী?) মুখৰ মাটি আনি নৈৰ কাষৰৰ জগন্নাথ কুমাৰৰ হাতে খোল গঢ়াইছে। পাছে শ্ৰীশঙ্কৰে যোগাসনত বসি হৃদি পদ্মত পৰম ব্ৰহ্মাৰ সাধ্য কৰিছে। হৃদি কমলৰ পৰা সন্ন্যাস দিগম্বৰ স্বৰূপে একজন পুৰুষ বাহিৰ হৈছে। সেইজন পুৰুষে তলি খোল সুৰ সঞ্চাৰ ৰাগ ৰাগিনী কথা আৰু দাহি নে তিনি আঙুলি আৰু বাওঁয়ে ছয় আঙুল জোখ দিছে। যি মতে যি মূৰ্ত্তি কৰিব লাগে সবাকো কহি দি পুৰুষজন দু নাই শ্ৰীশঙ্কৰদেৱৰ হৃদিপদ্মত লীন হৈছে। সমস্তে দেখি আশ্চাৰ্য্য মানিছে। পাছে তেৰাই তালৰ যোগান পাতি জোখ দি কঁহাৰৰ হাতে তাল গঢ়াইছে। নিজে চিহ্ন-

যাত্ৰা নাট লিখিছে, পোনতে ঘোষা ধেমালি লিখিছে, দ্বিতীয়তে শ্লোক ৰচিছে, তাৰ পিছে সূত্ৰ, ভটীমা, গীত, কথা আদি ৰচি শেষ কৰিছে। পট আঁকিছে, যাৰ যেনে স্থান, যি মত লক্ষণ, কল্পতৰু উপবন আদি, লক্ষ্মী, সৰস্বতী, বৌদ্ধ পৰিষদ সবাকো আৰু সাত বৈকুণ্ঠৰ সপ্তম গোপাল সবাকো চিহ্নযাত্ৰাৰ পটত অঙ্কন কৰি থৈছে। চন্দৰী ধাইয়ে ভুল ধৰিছে; তেৰাই শুধৰাই পুনু আঁকিছে। জগন্নাথ গান্ধীয়া আতৈ, ভীমাবায়ন আতৈ, চন্দ্ৰোমতি গায়ন আতৈ, তুল্লতিয়া নৌকা আতৈ (?) ৰাম ৰাম গুৰু, সৰ্ব্বজয় আতৈ প্ৰমুখ্যে সবাকে গীত-ৰাগ-সঙ্ক ৰাগ অঙ্ক লিখি দিছে। সবে শিকি মুখস্থ কৰিছে। অনেক অসংখ্যাত লোক সভা চাব আসিছে। অনেক দিব্য বস্ত্ৰ সংযোগ কৰি চায়না সাজি সভা দিছে বৰ বায়ন হৈ শঙ্কৰে নাট ধেমালি· বৰ ধেমালি, নটা খোললৈ একেলগে বজাইছে। হয়তো সূত্ৰধাৰী পাগ মাৰি, জামা, ঘুৰি, সোণা, থাৰু, চাদৰ, চেলেং, নূপুৰ পিন্ধি সূত্ৰধাৰ হৈ নিজে নানা অঙ্গী-ভঙ্গীৰে নৃত্য কৰি ভাৱনাৰ সূত্ৰ মাতিছে। সেই সভাৰ স্থলতে এডাল পাতিসিদ্ধ (পাতি সোন্দা) বৃক্ষ আছে। শ্ৰীশঙ্কৰে ৰাগ দিছে, সেই বৃক্ষৰ পাত সমুদায় সৰি পৰিছে; ৰাগ তাৰত তুলিছে, বৃক্ষৰ পত্ৰ অঙ্কুৰ ধৰিছে, ৰাগ মুদ্ৰিত কৰি মুমাইছে, বৃক্ষৰ ডালে পত্ৰে পূৰ্ণ হৈছে। তাকে দেখি সভাৰ সকলোৱে আশ্চৰ্য্য মানিছে। সাত ঠাইৰ প্ৰতি ঠাইতে গায়ন বায়নৰ লগত শ্ৰীশঙ্কৰদেৱ বহিছে। সবে শ্ৰীমন্ত শঙ্কৰক ঈশ্বৰবোধ মানিছে। সাত দিন, সাত ৰাতি যাত্ৰা মহোৎসৱ কৰা হৈছে।

এই 'চিহ্ন-যাত্ৰা' ভাৱনাই অসমীয়া ভাষাত প্ৰথম নাট। পাছে সেই সভাৰ চায়নাৰ খুটা, ধাম, গড় সমস্তৰ কৰাকামী মাৰলি যুগুত কৰি ঈশ্বৰৰ নামৰ ঘৰৰ ছাল পৰিছে। পোনতে ডেকাগিৰিয়ে গাঁথি এটা দিছে, তেৰাৰ পাছে ৰাম ৰাম গুৰুই এটা গাঁথি দিছে, তাৰ পাছে ধ্বজা আতৈ, পৰ্ব্বনন্দ আতৈ, সৰ্ব্বজয় আতৈ প্ৰমুখ্যে ভূঁঞা ব্ৰাহ্মণ সমস্তে ঈশ্বৰৰ কীৰ্ত্তন ঘৰ বান্ধিছে। এয়েই অসমীয়াৰ প্ৰথম কীৰ্ত্তন ঘৰ। এই 'চিহ্নযাত্ৰা' আৰু কীৰ্ত্তন ঘৰেই কামৰূপ সৃষ্টিৰ প্ৰতীক স্বৰূপে যুগমীয়াকৈ থাকিব। সেই কীৰ্ত্তন ঘৰ প্ৰতিষ্ঠা কৰিবৰ কাৰণে তামোল-পান কল-মুগ প্ৰসাদ আদি নানা দ্ৰব্য যুগুত কৰা হুইছে। হাঁহৰ কণিৰ বীজেৰে পিটিকা মিহি জুলীয়া পিঠাগুৰিৰে মুখত বৰণ সনা ভাৱৰীয়াৰে সৈতে ভাওৰা লোৱা ভাৱনা আৰু ভঁৰালঘৰৰ মনিকূটেৰে সৈতে বস্তীঝাৰ আদিৰে পৰিপূৰ্ণ বৰ বৰ খুটাৰ ওপৰত ভেজা দি ৰখা ভোৰ তালৰ শবদেৰে গুৰু গম্ভীৰ মূৰতিৰ নাম ঘৰ নোহোৱা হলে অসম নোহোৱা হ'ব; আৰু অসম নোহোৱা হলে অসমীয়াৰ অসমীয়াত্ব চিৰকাললৈ বিলুপ্ত হ'ব।

গতিকে শঙ্কৰৰ দান ভাৱনা আৰু নাম ঘৰৰ বাহিৰেও ভাগৱতৰ প্ৰথম আৰু দ্বিতীয় স্কন্ধ, আৰু তৃতীয় স্কন্ধৰ অনাদি পাতন, ষষ্ঠ স্কন্ধৰ অজামিলোপাখ্যান, অষ্টম স্কন্ধ, দশম স্কন্ধ আগছোৱা, একাদশ আৰু দ্বাদশ স্কন্ধ, নিমি নৱসিদ্ধ সংবাদ, কীৰ্ত্তন, ভক্তি প্ৰদীপ, ভক্তি ৰত্নাকৰ ( সংস্কৃত ), গুণমালা, ভটীমা, বৰগীত, ৰাস মণ্ডল, ৰুক্মিণী হৰণ আদি নাট বিলাক এহি সমস্ত মহাপুৰুষীয়া ধৰ্ম্ম, সাহিত্য, কলা, চৰ্চ্চা, গীত, বাদ্য, নীতি, ৰীতি, আচাৰ, ব্যৱহাৰ কামৰূপৰ বৈশিষ্ট্য আৰু বিশিষ্ট কৃষ্টি। ইয়াৰ অবিহনে অসমীয়াৰ অস্তিত্ব নৰ'ব।

এহিৰূপে বৰদোৱাতে সুখে বহি আতাই আছে।

পাছে পৰে ফাল্গুন মাহত ঈশ্বৰ কৃষ্ণৰ দৌল যাত্ৰা মিলিছে। শ্ৰীশঙ্কৰে সবাতে কহিছে, "তে ভূঞা ব্ৰাহ্মণ সমস্ত আছা। এই ফাল্গুণৰ মাহ; ঈশ্বৰ কৃষ্ণৰ দৌল কৰিব লাগে।" ৰাম ৰাম গুৰুই বোলে, "তে ডেকাগিৰি! দৌল কৰিব লাগিলে কি কৰিব লাগে?" শ্ৰীশঙ্কৰে বোলে, "তে গুৰু! এটি দৌল লাগে, চাৰিডাল বাঁহ, চাৰিদাল থোকে সমে কল, চৰু, চাউল, ফাকু আৰু অনেক দ্ৰব্য বস্তু লাগিব।" ৰাম ৰাম গুৰু প্ৰমুখ্যে ভূঞা ব্ৰাহ্মণ সমস্তে বোলে—"তে ডেকাগিৰি! সমস্ত হ'ব।" শ্ৰীশঙ্কৰে গীত-সুৰ মঞ্চ লিখি দিছে। সবে শিকিছে পিছদিনা থল বন্ধা লোকজন সকলো হাতে হাতে কোদাল লৈ দলে দলে ওলাই গৈছে। যি ঠাইতে দৌল বান্ধিব লাগে সেই ঠাইতে গৈ গঙ্গাধৰ প্ৰভুৱে দেখুৱাই দিছে। সবে কোদাল লৈ মাটি কাটি তাতে দ'ম খুৱাই সাতোটা থাক কৰি দৌল বান্ধি লিপি পুছি সুন্দৰ কৰি, পাছে পৰদিন বাঁহ, কল, চন্দ্ৰতাপ, জাল মগৰ সাজি দৌলৰ ওপৰত আলে দিছে, আৰু লগে লগে ৰঙা ফাকুৰ যতন কৰিছে। ভীমা বায়ন ( ধীমা ? ) জগন্নাথ গন্ধীয়া. চল্লোমতি গায়ন ( যোল্লমতি ? ) তুদ্ৰা ( শূদ্ৰা ? ) লভিয়া নটুৱা সবে তাল, খোল ধৰি নানা ৰসে গীত ৰাগেৰে মহোৎসৱ যাত্ৰা ভাৱনা কৰিছে। সেই চায়নাৰ তলতে ভাৱনা কৰিছে। দিন ৰাত্ৰি এক, ক'ব নোৱাৰি। দৌল ভগাৰ দিনা গোঁসাইক ফুৰাইছে। "গীত-ৰঙ্গে ফাকু খেলে চৈতন্য বনমালী" গীতটি গাই গোঁসাইক ফাকু সিঞ্চৰি ঢুনাই ঘৰত গোঁসাইক থাপনা কৰি দৌলযাত্ৰা মহোৎসৱ সম্বৰণ কৰিছে।

কেহোৰ মতে, আলি পুখুৰীতে প্ৰথমে কীৰ্ত্তন ঘৰ পতা হৈছিল, পিছে তাক ভাঙ্গি বৰদোৱাত অনা হয়। যেনে, একদিনা সব সমন্বিতে বসি শ্ৰীশঙ্কৰদেৱে বোলে, "তে গুৰু! তোমালোক সমস্তে আছা। এই কাৰখানা আলি পুখুৰীতে আছে। এই অহা যোৱা বহু শ্ৰম। এই কাৰখানা বৰদোৱাতে আনিব লাগে।"

এনে শুনি সবে বোলে,—"তে ডেকাগিৰি। সজ কোৱা হুইছে।" এই বুলি

সবে মিলি কাৰখানা ভাঙ্গি বৰদোৱাত আনিছে। শ্ৰীশঙ্কৰদেৱ লোকজন সমন্বিতে শিঙ্গৰী পৰ্ব্বততলৈ গৈছে। খুম, চটি, খুটী কাটি আনিছে। বৰ খুম এক জোৰ ব্ৰহ্মপুত্ৰৰ জলত পৰি তল গৈছে। শ্ৰীমন্তই খেদ কৰিছে, "এই অগাধ জল! কোনে কি স্বৰূপে তুলিব!" হেন সময়ত ভকতদাহ আতৈ আগত আসিছে। গুৰুই বোলে,—"তে ভকত দাহ? এই খুম তুলি দিব পৰা যাব নে?" ভকত দাহ আতৈ বোলে, "প্ৰভুৰ অনুগ্ৰহ হ'লে হ'ব পাৰে।" শঙ্কৰে বোলে, "পৰা যাব।" প্ৰভুক সেৱা কৰি হাতত জৰী লৈ খুম দুটাত জৰী লগাই উঠি আহি টানি তুলিছে। সেইবিলাক বৰদোৱাকে আনিছে। পাছে ৰুৱা কামী, খেৰ, বেত সমস্তকে যুগুত কৰি ঈশ্বৰৰ কীৰ্ত্তন ঘৰৰ খুটী, ছটি লগাই চিয়াই মুছি কাছি সজ কৰিছে। বৰদোৱাত প্ৰথম কীৰ্ত্তন ঘৰ এহি স্বৰূপে নিৰ্ম্মাণ কৰা হৈছে। তাৰে আৰ্হি লৈ পাছে পৰে বহুতো কীৰ্ত্তন ঘৰ কৰা হৈছে।

ডেকাগিৰিৰ অপাৰ লীলাৰ কাহিনী আৰু চৰিত লিখি অন্ত কৰিব নোৱাৰি। তেৰাৰ নৃত্যতো বিপদ জ্ঞান আছে। একবাৰ চুণপৰাত শিষ্য সমন্বিতে কমলি ধৰা আতৈয়ে পাতি দিয়া আসনত বৰ আতাই বসি আছে, লক্ষণ ওঝাৰ (?) নাচৰ আখৰা হৈছে। ডেকাৰ পছন্দ নাহি হুইছে। মাধৱদেৱক শ্ৰীমন্তই কহিছে, "তে বঢ়াৰ পো! ওমাক একবাৰ নাচোনৰ পাকটো দেখুৱাই দিয়া।" মাধবদেৱ বোলে,—"তে গুৰু! সজ! দেখুৱাই যাব।" মাধৱদেৱ উঠি কঁকালত চাদৰ বান্ধি বোলে, "লক্ষণ! অলপ বহি চোৱা।" লক্ষণ ওঝাই বহিছে আৰু চাইছে। নিলগত এটা মাটিৰ চৰু ৰাখিছে, বঢ়াৰ জোই এটা টাঙ্গোন লৈছে আৰু কহিছে, "তে গুৰু! খোল বজোৱা হক।" শ্ৰীমন্তই বোলে, "সজ।" গুৰুৱে খোল বজাইছে, বীৰ আৰু ৰৌদ্ৰৰসত ছেৱে ছেৱে তালে তালে ভৰিৰ খোজ পেলাই মাটিৰ চৰুটো ভাঙ্গিছে। সবে বুলিছে,—"সজ হৈছে', এহি মতে লক্ষণ ওঝাই নৃত্য শিক্ষা কৰিছে। এহি ৰূপে শিক্ষা আদি কৰি নানা ধৰ্ম্মৰ কথা আলচি চুণপাৰাতে ভকত আদি সমন্বিতে সুখে আছে।" (বাঁহী—২৮শ বছৰ, বিশেষ সংখ্যাৰপৰা উদ্ধৃত।)

"সঙ্গীত আৰু শ্ৰীশ্ৰীশঙ্কৰদেৱ গায়ন" নামৰ বহুমূলীয়া প্ৰবন্ধটো দ্বিতীয় বছৰ, তৃতীয় সংখ্যা "আৱাহন"ত প্ৰকাশ হৈছিল, প্ৰবন্ধটোৰ আৰম্ভণীতে ৰাভাই লিখিছিল, "ভাৰতীয় সঙ্গীত শাস্ত্ৰ যে কিমান জটিল তাক সঙ্গীত শাস্ত্ৰক নহ'লে বুজা টান। যি জন ঋষিয়ে এই সঙ্গীত শাস্ত্ৰত ব্যুৎপত্তি লাভ কৰিব পাৰিব যি জনে ব্ৰহ্মচৰ্য্য ব্ৰত অৱলম্বন কৰিব পাৰিব যি জনে চিৰদিন সাত্বিক ভাবে জীৱন যাপন কৰিব

পাৰিব, সেইজন মহাপুৰুষ সঙ্গীত বিশাৰদ হ'ব আৰু তেৱেঁই সঙ্গীতজ্ঞৰ আদি নাদৰূপী ব্ৰহ্মক লাভ কৰিব পাৰিব। এনে জটিল বিজ্ঞানত এজন মহাপুৰুষে দক্ষতা লাভ কৰিছিল। তেওঁ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ গায়ন।"

শঙ্কৰদেৱৰ ধৰ্ম হৈছে একশৰণ সনাতন ধৰ্ম, যত প্ৰেম ভক্তি, শ্ৰদ্ধা, সম্মান, সহিষ্ণুতা, স্বাৱলম্বীতা, একতা, পাৰম্পৰিক সহযোগিতা আছে, আৰু য'ত জাতপাতৰ বিচাৰ নাই। যি কাৰ্য্য বা কৰ্ম কৰিলে মানৱ সমাজৰ আৰু জীৱ জগতৰ সৰ্ব্বাধিক কল্যাণ সাধন হয়, সেয়েই উৎকৃষ্ট ধৰ্ম।

## ৰাভাৰ অধ্যয়নত তাণ্ডৱ নৃত্য

"নটুৱা পেটুৱা শিৰে জটাত ধতুৰা ফুল লৈ কতবাৰ থিয়া তা থৈ থৈয়াকৈ হয়তো, নাটক শৈল্যৰ এটা ধুনীয়া টিঙৰ ওপৰতে ভোলানাথ হৈ নাচিছিল নিজৰ পাহৰি তেত্ৰিশ কোটি দেৱতা সকলৰ আগত আৰু মাজত, গুৱনী আই গোঁসানীয়ে চাতোনৰ ডলিচাৰ ওপৰত কিংবা মণিময় সোণৰ খাতোলা আসনত লেপেটা কাটি বহি আগত তামোলৰ বটা লৈ পান তামোল খাই তাৰ পিকেৰে ওঠ মুখ ৰঙা কৰি নিজে বাংঢালী হৈ গিৰিয়েকৰ সুন্দৰ নাচোনৰ ৰঙত ৰাঙলী হৈ চাই আছিল নটৰাজৰ চিৰসুন্দৰ নাচ, হেজাৰ চকুৱা ইন্দ্ৰই তাৰ হেজাৰ চকুত পিৰ্কটি পেলাই তাৰ শিৰৰ মুকুটৰ জোকাৰনিৰ লগে লগে হেজাৰ মুকুতাৰ জিলিকনি তুলি বাঁহীৰ সুৰ তুৰি নাচোনৰ তালে তালে মূৰ জোকাৰিছিল, ককিলা সজীয়া, পিলপিলীয়া ভঙ্গুৰাৰ জী আই সৰস্বতীয়ে পদুম কিংবা বগা হাঁহৰ বোকোছাত সুখাসন লৈ বহি কোলাত আইৰ মধুৰ বীণ খন লৈ তাৰ ওপৰত তাইৰ লাহী, পাতলী, পাঁজি সিৰিয়া আঙুলি কেইটা আলফুলকৈ বুলাই এটা আমিয়া ৰাগিনীৰ মূৰ্তি গঢ়ি ঝঙ্কাৰ তুলিছিল; লগে লগে পদুম বাহন ব্ৰহ্মাই তাৰ চাৰিটা মূৰ বেকেটা কৰি পদ্মাসনত বহি বৰাগী ভকতৰ দৰে ভাৱত বিভোৰ হৈ চকু কেইটা আধা জাপ খুৱাই হাতত কৰতাল লৈ বজাই ছন্দ গুথিছিল; শিৱৰ জী, বিষ্ণুৰ ঘৈণী, সোনপাহী আই লখিমীয়ে মুখত সুৰদী, অমিয়া, মাধুৰী সুৰীয়া সুৰ তুলি বাপেকৰ নাচোনৰ নেপুৰৰ ঘন ঘন, ঝন্ ঝন্ মাতৰ লগে লগে ৰাগৰ লহৰ তুলি বতাহীৰ ডেউকাত সুমধুৰ গীত গাই তাকে তুলি এৰি দিছিল দূৰ দূৰনিৰ অনন্তলৈ; আৰু বিষ্ণুৱে ঘৈণীয়েকৰ গীত মাতৰ উটনিত হয়তো নিজে ককাঁলত টঙালি বান্ধি, মূৰত বায়নৰ পাগ মাৰি, গাত জামা ঘুৰী, সোণা-মনি পিন্ধি, গাত চাদৰ লৈ কপালত বৈষ্ণৱীৰ ফোঁট মাৰি নাম ঘৰৰ বৰ বায়নৰ দৰে ছেৰে ছেৰে হাত নচুৱাই, লয়লাসে তালে তালে ভৰি পেলাই মৃদঙত চাপৰ দিছিল। হাতীমূৰীয়া নোদোকা থোলোকা গণেশ বোপায়ো বাপেকৰ নাচ দেখি ৰঙত উলাহত হাঁহ হাঁহি পেট নচুৱাই শুড় জোকাৰি সুহুৰি মাৰিছিল; ৰূপহ কোঁৱৰ কাৰ্ত্তিক ডেকাই ছালিধৰা ম'ৰা চৰাইৰ ওপৰত বহি পিতাইৰ নাচৰ তালে তালে তাৰ পান ককলি নচুৱাই ককাল ঘূৰাইছিল। শিৱৰ এতে নাচত জানো, মহাকালৰ প্ৰলয় নাচন থাকিব পাৰে? এনে এটা বিমোহন আখৰাৰ

মাজত কোনো বিষম উত্তেজনা কিংবা ভয়ঙ্কৰ ভাব থাকিবই নোৱাৰে, থাকিব পাৰে আনন্দৰ এটা অনন্তধাৰা। গতিকে, শিৱৰ ধীৰ, স্থিৰ নাচো তাণ্ডৱ। কেৱল ধ্বংসৰ নাচনেই তাণ্ডৱ নহয়। শিৱৰ নাচ, সৃষ্টিমূলক ৰূপান্তৰৰ সুৰৰ ঝঙ্কাৰত ঝংকৃত হৈ চঞ্চল হৈ উঠে। এই নৃত্যই ভক্তৰ প্ৰাণত মুক্তিৰ আনন্দ দিয়ে। এই শিৱনৃত্য সৃষ্টি প্ৰৱাহৰ সোঁতত বৈ সমগ্ৰ জাগ্ৰত জগতত প্ৰতিফলিত হৈছে। ভাৰত নৃত্য শাস্ত্ৰত শিৱৰ এশ আঠোটা নৃত্যই লৌকিক বিধানত পৰিণত হৈছে। বিষ্ণু ধৰ্মোত্তৰৰ মতে সকলো ৰূপ শাস্ত্ৰ আৰু কলা এই নৃত্য বিধিৰ পৰাই উৎপন্ন। চিত্ৰকলাত এই নৃত্যবিধিৰ পৰাই উন্নত।

সকলো ৰূপ সৃষ্টিৰ আদিতেই অসুন্দৰক সুন্দৰ ভৰা মৃতক অমৰ কৰা, সৰুকা ভাঙৰ কৰা আৰু কুৎসিতক ৰমণীয় কৰা ৰীতি আছে। এনে ৰীতি শিৱ নৃত্যতে আছে। শিৱ নৃত্যত এনে ৰীতিৰ আভাস এটা পৌৰাণিক গল্পত পোৱা যায়। তাৰক নামে এখন হাবিত নাস্তিক ঋষি কিছুমান বাস কৰিছিল। সিহঁত বৰ অহংকাৰী আছিল। লৌকিক মতকে সিহঁতে বিশ্বাস কৰিছিল। ঋষি সকলৰ নাস্তিকতা দেখি শিৱৰ খং উঠিল। ব্ৰহ্মাক তিৰোতাৰ সাজ পিন্ধাই লগত লৈ শিৱই সেই হাবিলৈ গ'ল। শিৱৰ এনে অবাঞ্ছনীয় উপস্থিতি দেখি গৰ্ব্বী ঋষি সকলে খঙত জ্বলি উঠিল। সিহঁত যজ্ঞাগ্নিৰ পৰা খঙাল বাঘ এটা সৃষ্টি কৰি শিৱক আক্ৰমণ কৰিবলৈ ইঙ্গিত কৰিলে। শিৱই তেওঁৰ এটা আঙ্গুলিৰে বাঘটোক ফালি তাৰ ছাল ছোলিয়াই পাটৰ চাদৰৰ দৰে কঁকালত মেৰিয়াই ল'লে। এনে ঘটনা দেখি ঋষি সকলৰ জ্বলা জুইত ঘিউ পৰিল। ঋষি সকলে যজ্ঞাগ্নিৰ পৰা আকৌ এটা ভীষণ বিষধৰ সাপ সৃষ্টি কৰি শিৱৰ প্ৰতি লগাই দিলে। শিৱই তাক ফুলৰ মালাৰ দৰে পিন্ধি ল'লে। তাৰ পিছত ঋষি সকলে ভীষণকায় দানৱ অপস্মাৰ পুৰুষক সৃষ্টি কৰি শেষ চেষ্টা কৰি শিৱক আক্ৰমণ কৰিবলৈ পঠিয়ালে। কিন্তু শিৱই নাচি নাচি ভৰিৰ বুঢ়া আঙ্গুলিৰে গছকি দানৱৰ পিঠি ভাঙ্গি পেলালে। দানৱটোৱে শিৱৰ নাচোন দেখি বিস্মিত, মুগ্ধ আৰু আপোন পাহৰা হ'ল। অপস্মাৰ পুৰুষে ক্ষমা প্ৰাৰ্থনা কৰি বৰ খুজিলে। সেই বৰ হৈছে আকৌ শিৱৰ তেনে নাচোন দেখা। অপস্মাৰ পুৰুষৰ এনে নিস্বাৰ্থ ভক্তি দেখি শিৱই সন্তোষ পাই তাক সেই বৰ দিলে। এয়েই শিৱৰ ভয়ঙ্কৰ তাণ্ডৱ। সেই তাণ্ডৱ যে কিমান বিষম উত্তেজনা পূৰ্ণ প্ৰলয়ঙ্কৰ ধ্বংসলীলা ভাষাৰে তাক প্ৰকাশ কৰিব নোৱাৰি; যি ধ্বংসলীলা কেৱল পুৰাণাদি পুথিত হে পোৱা যায়। শিৱৰ এনে ভয়ঙ্কৰ দ্ৰুত ছন্দত বিশ্বৰ অভিনৱ সৃষ্টিও ধ্বংসপ্ৰাপ্ত হৈছিল আৰু হয়।

দক্ষযজ্ঞৰ সময়ত পতিৰ অনিমন্ত্ৰণত ক্ষোভিতা হৈ প্ৰতিব্ৰতা সতীয়ে দেহত্যাগ কৰাত "ক্ৰুদ্ধ, ক্ষুদ্ধ, শিৱই ধগদ্ ধগদ্ ধগদ্ জলল্ললাট পট পাৱকে আৰু জটা কটাহত গঙ্গাৰ বল্লৰী সেই তপ্ত পাৱকৰ তাপত উতলাই ভীষণ ভয়ঙ্কৰ মূৰ্ত্তি ধৰি হাতত কৰাল বদন ত্ৰিশূল লৈ কুপিত ফণী ফণিনীৰ বিষোদ্‌গাৰ লৈ সভাস্থলত উপস্থিত হৈ এনে প্ৰলয় তাণ্ডৱ নৃত্য প্ৰলয়ঙ্কৰ ৰূপে নাচিছিল।

এতিয়া দেখা গল যে, ভয়ঙ্কৰ বিষম উত্তেজনাপূৰ্ণ প্ৰলয়ঙ্কৰ ধ্বংস পৰিজ্ঞাপক নৃত্যই বা প্ৰলয় নাচনেই কেৱল তাণ্ডৱ নহয়; ধীৰ, স্থিৰ, শান্ত, সুধীৰ, স্বচ্ছ অৱলীলা গতিত নচা নাচো তাণ্ডৱ। দৰাচলতে, নটৰাজ মহাদেৱৰ প্ৰিয় শিষ্য তণ্ডু মুনিৰ দ্বাৰা সৰগত আৰু মৰতত প্ৰৱৰ্ত্তিত ৰেচক, কৰুণ আৰু বিশিষ্ট অঙ্গাৰযুক্ত নৃত্যই তাণ্ডৱ নৃত্য। মুঠতে কবলৈ হলে সৰ্ব্বাঙ্গ সুন্দৰ আৰু সৰ্ব্বশ্ৰেষ্ঠ নৃত্যই হৈছে তাণ্ডৱ নৃত্য।

ভৰত নাট্য শাস্ত্ৰত উল্লেখ আছে, পাদৰেচক এক: স্যাদ্ দ্বিতীয়: কটি ৰেচক: কৰ ৰেচক স্তৃতীয়স্তু চতুৰ্থ: কণ্ঠৰেচক: ।২৫১॥৪॥ ৰেচক চাৰি প্ৰকাৰ; যেনে— (১) পাদ ৰেচক, (২) কটি ৰেচক, (৩) কৰ ৰেচক আৰু (৪) কণ্ঠ ৰেচক।

এই চাৰি বিধ ৰেচক আৰু বাত্ৰিশটা অঙ্গহাৰৰ সহায়েৰে দক্ষযজ্ঞৰ ঘটনা লৈ প্ৰতি সন্ধ্যা শঙ্কৰক আৰু সুকুমাৰ ভাৱে পাৰ্ব্বতীকে নচা দেখা যায়। লগত নন্দী, ভদ্ৰমুখ, বীৰভদ্ৰ আদি অনুচৰ বিলাকে মুখত ৰহন সানি গাত পোছাক লগাই এটা এটা ভাও লৈ নাচে। এনে আকাৰ সাদৃশ্য কৰি সাজপাৰ কৰাকে পিণ্ডীবন্ধ বোলে। (আকাৰ সাদৃশ্যে হয়ং চ পিণ্ডী তদ্বন্ধং প্ৰয়োগং চক্ৰু:)। লগে লগে মৃদঙ্গ ভেৰী, ডিণ্ডিম, গোমুখ, পনব, দৰ্দ্দুৰ, তাল আৰু কাঁহ বাজি উঠে। চণ্ডিকাৰ সিংহ, বিষ্ণুৰ গৰুড়, ব্ৰহ্মাৰ পদুম, ইন্দ্ৰৰ ঐৰাৱত, কুমাৰৰ ম'ৰা লক্ষ্মীৰ ৰূপ, জাহ্নবীৰ ধাৰা, যমৰ পাশ, বৰুণৰ নৈ, যক্ষৰ ধন, বলাইৰ হাল, ভোগীৰ সাপ এই বিলাক পিণ্ডী দক্ষ যজ্ঞ নাটত ব্যৱহাৰ হয়। সেইবিলাক ৰচি শিৱই তেওঁৰ প্ৰিয় শিষ্য তণ্ডুক শিকায় আৰু তণ্ডুমুনিৰ পৰাই তাণ্ডৱ নৃত্য হয়।

নানা অৰ্থপূৰ্ণ অভিনয়ৰ ভাৱ ভঙ্গিমাৰ পৰাই নৃত্যৰ উৎপত্তি। গীত বাদ্যৰ সহায় নোলোৱাকৈও ভাৱবিহীনভাৱে লয়লাসে নাচিব পাৰি। এনে নাচোনেৰেও শোভা বঢ়াব পাৰি। প্ৰায় সকলো লোকে মঙ্গলবিধানৰ কাৰণে নাচোন পাতে। বিবাহ প্ৰসৱাদি উৎসৱত প্ৰমোদাদিৰ অভ্যুদয় কালত চিত্ত বিনোদৰ কাৰণে মানুহে নাচে। তাণ্ডৱ বিধিমতে গীতৰ সহায় লৈ দেৱতাৰ পূজাৰ কাৰণে বা শৃঙ্গাৰৰ সময়ত সুকুমাৰ নাচোনৰ ব্যৱহাৰ হয়।

অভিনয় শূন্য নৃত্য-বলন, আবৰ্ত্তন, ভ্ৰূক্ষেপ, তাৰা, চালন, চৰণ, ধাৱণ, কম্পন, স্ফুৰিত, কটীচ্ছেদ, ৰেচাকাদিৰ দ্বাৰাও নাচিব পাৰি। অতিজীতে অৰ্থহীন নাচ এইদৰে নচা হৈছিল। পিছে পৰে শঙ্কৰে অৰ্থপূৰ্ণ অভিনয়ৰ সহায় লৈ বিষয় বস্তুৰে নৃত্য ৰচনা কৰিলে।......

নাচৰ ৰূপ দুবিধ, উদ্ধত আৰু মিহি। দেৱতা স্তুতি নাচ প্ৰায় উদ্ধত আৰু শৃঙ্গাৰ ৰস সম্বন্ধ নাচ মিহি হয়, নৰপতি চাতুক প্ৰাধান্যেৰে ভোৰিকা নাচ প্ৰায়েই সুকুমাৰ বা মিহি হয়। আৰু নৃসিংহাদি চৰিত বৰ্ণনাৰ নাচ প্ৰায়েই উদ্ধত হয়।

তাণ্ডৱ বিধিমতে নাচোনৰ ধাৰা সাত বিধৰ,—যেনে, (১) শুদ্ধ, (২) ৰেচকাঙ্গ হাৰত্বক, (৩) গীতবাদ্যভিনয়োন্মুখ, (৪) পানক্ৰিয়া মন্নানুসাৰী, (৫) বাদ্য তালানুসাৰী, (৬) নাট্যানুসাৰী আৰু (৭) ৰাগ কাব্যানুসাৰী নৃত্য।

* * * *

('উষা'—তৃতীয় প্ৰবেশ, আহাৰ মাহ, ১৮৬৩ শক সম্পাদন শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাৰ শ্ৰী শ্ৰী শ্ৰীমতী কলাৱতী—তাণ্ডৱ নৃত্যৰ পৰা উদ্ধৃত।)

## ইতিহাসৰ গৱেষক বিষ্ণুৰাভা

ৰাভাদেৱে গৱেষণা কৰি কৈছিল, অসমৰ আদিম, প্ৰাচীন জাতি নগা, কুকি, মিকিৰ। মিকিৰেই অসমৰ আদিবাসী। অসমৰ পাহাৰে পৰ্বতে, গুহাই-কন্দৰে, নৈয়ে ভৈয়ামে, হাবিয়ে বননিয়ে এই মিকিৰ সকলেই প্ৰথম বিচৰি ফুৰিছিল। তেওঁলোকেই অসমৰ আৱিষ্কৰ্ত্তা কলম্বচ। তেওঁলোক অষ্ট্ৰিক জাতিৰ। আজি প্ৰায় আঢ়ৈ লাখ বছৰ হ'ল—যেতিয়া জাভা, বালী আদি পূৰ্ব্ব ভাৰতীয় দ্বীপপুঞ্জৰ লগত মালয়েদি দক্ষিণ-পূৰ্ব্ব এছিয়াৰ সংযোগ আছিল। সেই সংযুক্ত থলেদি এই অষ্ট্ৰিক জাতীয় লোকসকল উত্তৰ-পশ্চিম মুৱা হৈ আহে। এই প্ৰথম আদিম অসমীয়া হ'ল মিকিৰ।

তাৰ পিছত আহিল আদি প্ৰস্তৰ যুগৰ শেহত আৰু নৱ-প্ৰস্তৰ যুগৰ প্ৰাৰম্ভতে কুকি লুচাই, শেষত নগা। মিকিৰৰ মতে তেওঁলোক নগা, কুকি মিচিমি,দফলা ছাম ৰজাৰ বংশৰ। অৰ্থাৎ মিকিৰৰ সতি-সন্ততি। তেওঁলোকে অষ্ট্ৰিক জাতীয়। কিন্তু এওঁলোকৰ ভিতৰত নগাই শ্ৰেষ্ঠ।

কাৰবি সকল অসমৰ এটা প্ৰধান জনগোষ্ঠী। 'কাৰবি' শব্দটো ধৰ্ম্ম, কলা আৰু কৃষ্টি সংস্কৃতিৰ সৈতে নিবিড়ভাৱে জড়িত। কাৰ্‌বি শব্দৰ অৰ্থ হ'ল 'কাৰ' মানে জলন্ত একুৰা পোহৰ আৰু 'বি' মানে কৰ্ম্ম বা দীক্ষা। 'যি কৰ্ম্ম বা দীক্ষাই পোহৰৰ বিকাশ সাধন কৰি, যুগ যুগান্তৰ ধৰি যি জাতিক জীয়াই ৰাখিছে আৰু ভৱিষ্যতেও ৰাখিব, সেই জাতিটোৰ নামেই কাৰ্‌বি" 'থেকাৰ বিবি, সে আকাৰ চংহই বি কাংকক' অৰ্থাৎ, জ্বলা জুই কুৰা কিয় এৰি থৈ আহিছা', এই আদি বাক্যটোৰ পৰাই 'কাৰ্‌বি' শব্দৰ উৎপত্তি বুলি ধাৰণা কৰে। অতীজত মানুহৰ জুইৰ লগতে ওতঃ-প্ৰোতভাৱে সম্বন্ধ আছিল। কাৰ্‌বি লোকগীতত গায়—

"ইবা ব্ৰহ্মাপ'মৰাং

লৰি পিৰ্থে কিম নাংৰাং

আছেং বাং ছিজাদি আলাম্।" ইয়াৰ অৰ্থ এয়ে যে ব্ৰহ্মাই পৃথিবীৰ সকলোবোৰে সৃষ্টি কৰাৰ অন্তত এদিন দেখিলে যে 'কাৰ্‌বি' অৰ্থাৎ মানৱ সৃষ্টি কৰিবলৈ থাকি গ'ল, সেইবাবে ব্ৰহ্মাই মানৱ সৃষ্টি কৰিবলৈ মন কৰিলে, কিন্তু মানৱ সৃষ্টি কৰিবলৈ গৈ তেওঁ থমকি ৰ'ল; কিয়নো তেওঁ মানৱ সৃষ্টিৰ বাবে নিখুঁত আৰ্হি বিচাৰি নেপালে। উপায়ন্তৰ হৈ

ব্ৰহ্মাই নিজৰ আকৃতিৰেই মানৱ সৃষ্টি কৰি পেলালে। কাৰবি সকলৰ জনশ্ৰুতি মতে তেওঁলোকেই 'চক' অৰ্থাৎ ধানৰ প্ৰথম আৱিষ্কাৰক। কোনো কোনো কাৰ্‌বি লোকে কয় যে 'থেকাৰ বিবি'ৰ অৰ্থ হ'ল সেই সকল লোক যি সকলে খাদ্য বস্তুৰ এভাগ খোৱাৰ আগতে ভগৱন্তৰ নামত অৰ্পণ কৰে। এচনীয়া ঠাইক তেওঁলোকে 'আলেং' বুলি কয়। কাজিৰঙ্গা শব্দটো কাৰ্‌বি শব্দ 'কাজিৰ আৰঙ' অৰ্থাৎ কাৰ্‌বি মহিলা কাজিৰৰ গাৱঁৰ পৰা উৎপত্তি হৈছে বুলি কয়, শ্ৰীলংকাম টেৰণে কছাৰী ৰজা 'বিশ্ব কৈদা'ৰ কাহিনী বৰ্ণনা কৰোঁতে লিখিছে,—এইদৰে কছাৰী ৰজাৰ অকথ্য অত্যাচাৰ উৎপীড়ন চূড়ান্ত সীমা পাবলৈ উপক্ৰম হোৱাত কৰ্‌বি সকল তিষ্ঠিব নোৱাৰি গাঁও এৰি পলাই ফুৰিব লগীয়া হৈছিল।……এটা দল পলাই গৈ দৈয়াং আৰু কপিলাৰ সংযোগস্থলত 'ঠোহা ঠেলা খুং' নামৰ ঠাইত কিছুদিন বসতি কৰিছিল। কছাৰী ৰজাৰ নিষ্ঠুৰ সৈন্যৰ হাতত স্বজাতিৰ হকে প্ৰাণ বিসৰ্জ্জন দিয়া অনটেৰণৰ পত্নী কাৰ্‌বি জীয়ৰী অংকু বংফা ৰপি তেতিয়া সন্তান সম্ভৱা আছিল। দৈয়াং নদীৰ পাৰত আশ্ৰয় লৈ থকা সময়তে কোনো এক শুভ-মুহূৰ্ত্তত পতিপ্ৰাণা নিৰাশ্ৰয়া বংফা ৰপিৰ গৰ্ভত জন্ম হ'ল কাৰ্‌বি সকলৰ বীৰ পুৰুষ থং টেৰণ। এই থং টেৰণেই থংনক্‌বেক্‌ নামেৰে এসময়ত জয়ন্তীয়া ৰজাৰ সেনাধ্যক্ষ পদত অধিষ্ঠিত হৈছিল।

শ্ৰী বং বং টেৰাঙে লিখা মতে, 'অসমৰ আৰ্‌লেংবা কাৰ্‌বি জনগোষ্ঠীৰ স্বকীয়া পৰিচয় দিয়া নিষ্প্ৰয়োজন। কোনোবা যুগতেই 'মিকিৰ' চাংঘৰৰ লগত অসমীয়া গীতে মিকিৰ পাতি আপোন হৈ পৰিল—সম্ভৱ কলং কপিলাৰ পাৰত বসবাস কৰাৰ যুগতে।

বিষ্ণুৰাভাই লিখিছিল, "দহ হাজাৰ বছৰৰ আগেয়ে দক্ষিণ ব্ৰহ্ম আৰু শ্যামৰ মোন্‌বা তালৈং জাতি আৰু কম্বোজৰ খামেৰ জাতি মিনি মন্‌খামেৰ—এই দুই দুয়োৰে শঙ্কৰ জাতি অসমলৈ আহিল। এওঁলোক খাছীয়া জাতিৰ পূৰ্বপুৰুষ, তাৰ পিছতে আহিল মঙ্গোলীয় জাতি অসমৰ সোমাৰ অঞ্চলৰ পুব পিনেদি। এই জাতিৰ মানুহৰ তিনি ভায়েক আছিল। এই তিনি ভাইৰ নাম মৌৰাং, মাইৰাং, আৰু মোৰাম। ঘটক কিৰাতৰ মৃত্যুৰ লগে লগে মহীৰঙ্গ বা মাইৰাঙৰ বংশও লোপ পালে। মৌৰাং বংশৰ মানুহ এতিয়াও নেপালত আছে। আৰু সোমাৰ অঞ্চলৰ মোৰাম ৰজাৰ বংশ মৰাণ সকল এতিয়াও জীয়াই আছে।

জনক ঋষিৰ আশ্ৰমত পৰিপুষ্ট আৰু আৰ্য্য সংস্কৃতিৰে সংস্কৃত নৰকাসুৰে মিথিলাৰ পৰা আহি অসমৰ ৰজা হৈও অসমীয়াৰ ৰবৰ সভ্যতা ধ্বংস কৰিব নোৱাৰিলে।…

সেই সময়ৰ প্ৰধান দেৱতা আছিল শিৱ বা শিব্ৰাই। ৰাজ্যৰ নাম হ'ল 'কামৰু', অৰ্থাৎ ভূত-প্ৰেত, দেৱ-দেৱীৰ ৰাজ্য আৰু আদ্যশক্তি গোঁসানীৰ নাম হ'ল কামাখী বা কামলখী, অৰ্থাৎ ভূত-প্ৰেত, দেৱ-দেৱীৰ গোঁসানী। · আহল-বহল ডাঙৰ-দীঘল নৈৰ নাম হ'ল 'ডিলাও'। শেহত এই 'ডিলাও'ৱেই 'টিলাও' হ'ল। এই নৈখনক "ভূলুৰ বুথুৰ' ও বুলিছিল। 'ভূলুং বুথুৰ'ৰ অৰ্থ হৈছে কল্ কল্ নাদকাৰী। ·· ·· আৰ্য্যসভ্যতা 'কামৰু'ত চলিল। "কামৰু"ৰ নাম সলাই 'কামৰূপ' কৰা হ'ল। কামাখী বা কামলখী গুচি কামাখ্যা হ'ল ; 'টিলাও'ৰ ঠাইত 'লাওটি' 'লুইত,' 'লোহিত,' 'লৌহিত্য' হ'ল আৰু 'ভূলুং বুথুৰে'—মোট সলাই 'ব্ৰহ্মপুত্ৰ' হ'ল।'

জাতীয় অধ্যাপক ড° সুনীতি কুমাৰ চট্টোপধ্যায়ে কৈছিল, "ৰাভা পূৰ্ণ মানৱ, চুফী বাক্য 'ইন্‌চান-এ-কামিল্।' বিষ্ণুপ্ৰসাদ ৰাভাৰ সাক্ষাৎ লভাৰ সৌভাগ্য মোৰ কোনো দিনেই হোৱা নাছিল। কিন্তু তেওঁৰ একেখনি কিতাপ পঢ়িয়েই মই মুগ্ধ হৈছিলো। বড়ো কৃষ্টি সম্বন্ধে ৰাভাৰ যি ৰচনা, তাৰ মাধ্যমেৰে মাথোন মোৰ যোগাযোগ। একালত মই বড়ো ভাষা আৰু সংস্কৃতিৰ অবদান সম্পৰ্কে অনুশীলন কৰিছিলো। তেতিয়াই ৰাভাৰ ৰচনাৰ সৈতে পৰিচিত হওঁ। বড়ো নাম ভূলুং বুথুৰ' অৰ্থাৎ কল্‌কল্ নাদৰ নৈৰপৰা ব্ৰহ্মপুত্ৰ নামৰ উৎপত্তি বুলি ৰাভাই যি মত প্ৰকাশ কৰিছিল, মই তাক গ্ৰহণ কৰিছিলো। ৰাভাৰ দৰে গুণী মানুহ ভাৰতৰ ভিতৰে বাহিৰে পৰিচিত কৰি দিয়াৰ কাৰণে চেষ্টা কৰা উচিত।"

কামৰূপ ৰাজ্যৰ ৰজা ভাস্কৰ বৰ্মাই দূত হংসবেগক পঠিয়াই মগধৰ ৰজা হৰ্ষবৰ্দ্ধনৰ লগত মিত্ৰতা স্থাপন কৰিছিল। ভাস্কৰ বৰ্মাই কিছুমান উপঢৌকন দি পঠাইছিল। বাণভট্টৰ 'হৰ্ষচৰিত'ত থকা বিস্তৃত বিৱৰণ পঢ়ি ৰাভাদেৱে কৈছিল, "সেয়া অসমৰ গৌৰৱ। এনে গৌৰৱৰ অধ্যায়বোৰ বুৰঞ্জীত ঠাইঁ খাই আছে। সেয়া অনেক বস্তু। তাত জুলীয়া গুড়ৰ-কলহো আছিল। আৰু আছিল ৰমক-জমককৈ থকা আভোগ ছত্ৰ এটি, ৰজাৰ মুকুটত খুৰাবলৈ তিৰ্‌বিৰোৱা মণি, হীৰা-মুকুতা খটোৱা আ-অলঙ্কাৰ বেতৰ জপাৰ ভিতৰত বগা ৰেচমী কাপোৰ,এড়ি-মুগা-পাটৰ অতি মিহি কোমল বস্ত্ৰ, সাঁচিপতীয়া পুথি, অতি সোৱাদৰ কিঞ্চিৎ ৰাগী লগা আমৰ ৰস, অগৰু, সুগন্ধি তেল, শুধ বগা কৰ্পূৰ, মৃগনাভী কস্তুৰী, ছবি অঁকা তুলি, আৰু নানা ৰঙৰ মহীচুঙা, পোৱাল মণিৰে তৈয়াৰী এটি বাহত এহাল চাকৈ-চকোৱা, সোণৰ পানী চৰোৱা নানা চিত্ৰ-বিচিত্ৰ বেতৰ পিঞ্জৰাত অসমৰ মিঠা মিঠা মাত কোৱা ভাটৌ আৰু ময়না চৰাই, বগা আৰু ক'লা চোৰঁৰ ঝিলুক শঙ্খ, ডিঙিত সোণৰ শিকলি লগোৱা কিন্নৰ জাতীয় মানুহ এযোৰ, জলমানুহ এযোৰ, বনমানুহ এযোৰ,

লংগছৰ কুমলীয়া পাত, জাঁইফলৰ খোপা ইত্যাদি। এয়েই হৈছে অসমৰ সপ্তম শতিকাৰ কৃষ্টি আৰু সভ্যতাৰ মনোৰম নিদৰ্শন।

মণিপুৰী নৃত্য সম্পৰ্কে ৰাভাদেৱে কৈছিল, "মণিপুৰী নৃত্য কামৰূপীয়া সঙ্গীত পদ্ধতিৰ এটা শাখাহে। মণিপুৰৰ নাম 'মিতেই লাই পাক্'—অৰ্থাৎ মিশ্ৰিত জাতিৰ বাসভূমি। মানইতে এই দেশক 'কা-ছে' বা 'কা থে' বুলিছিল। মেখলী নদীৰপৰা মেঘৰ্ণা বা মগলু বোলে। অসমীয়াই মগলৌ বোলে। তেওঁলোকৰ আদি দেৱতা পাংখম্বা বা নাগ। তেওঁলোক তিব্বত বৰ্মীয় আৰু অষ্ট্ৰিক মিশ্ৰিত জাতি। গাতকে তেওঁলোক মিশ্ৰিত নগা। তেওঁলোকৰ "লাই-হাৰওবা" নৃত্যই সেই আদিম অষ্ট্ৰিক আৰু মঙ্গোলীয় মিশ্ৰিত শিল্পৰ আভাস দিয়ে।"

বড়ো জাতিৰ ইতিহাসত ৰাভাদেৱে লিখিছিল, "কোঁচ বেহাৰৰ হাড়িয়া কছাৰী আৰু তেওঁৰ দুই পত্নী আছিল। নাম হীৰা আৰু জীৰা। হীৰা দেৱীৰ সন্তানৰ নাম আছিল বিহু। হাড়িয়া কছাৰী হাড়িয়া মণ্ডলৰূপে পিছত জনাজাত হ'ল। পুতেক গৰখীয়া বিহুৱে নাম পালে বিশ্ব। পিছত হ'লগৈ বিশ্বসিংহ। কোচঁবেহাৰৰ নৃপতি বিশ্বসিংহৰ পুত্ৰ নৰসিংহৰ পৰা উত্তৰে হৈছিল পাঙ্গাৰ বংশ। নৰসিংহৰ পুত্ৰ ব্যাসকেতুৱে ৰংপুৰতে সৰু ৰাজ্য এখন স্থাপন কৰি ৰজা হৈছিল। কালক্ৰমত পাঙ্গাৰ বংশ অন্যৰ লগত মিলি গ'ল।"

'লোকায়ত' নামৰ শাৰদীয় ১৩৮৮ শকৰ আলোচনীত প্ৰকাশিত, শিৱনাথ বৰ্মনৰ অসমীয়া সংস্কৃতিৰ দুজন গৱেষক বাণীকান্ত আৰু বিষ্ণুপ্ৰসাদ'—নামৰ প্ৰবন্ধত ৰাভাৰ বিষয়ে লিখিছে, "অসমীয়া সংস্কৃতিৰ নতুন দিগদৰ্শক দুগৰাকীৰ এগৰাকী বিষ্ণুপ্ৰসাদ আছিল জনজাতীয় সম্প্ৰদায়ৰ লোক। গতিকে অসমীয়া সংস্কৃতিত আৰ্য্যোত্তৰ সকলৰ অৱদান চকুত পৰাটো তেওঁৰ বাবে স্বাভাৱিক আছিল ; তদুপৰি এই দিশটোৰ প্ৰতি চকু দিবলৈ তেওঁক অনুপ্ৰাণিত কৰিছিল তেওঁৰ সাম্যবাদী আদৰ্শয়ো।……বিষ্ণু প্ৰসাদৰ ব্যৱহাৰিক অনুসন্ধানৰ প্ৰবৃত্তি আছিল বাণীকান্ততকৈ বেছি, কিন্তু গৱেষক হিচাপে তেওঁৰ নাছিল বাণীকান্তৰ দৰে প্ৰণালীবদ্ধ শ্ৰম আৰু নিষ্ঠা। তেওঁৰ সকলোবোৰ কামৰ দৰেই বিষ্ণু প্ৰসাদৰ সাংস্কৃতিক গাৱেষণাত আছিল এৰাধৰা ধৰণৰ। ৰোমাণ্টিক প্ৰবৃত্তিৰ এই ব্যক্তি গৰাকীৰ শৃঙ্খলাৰ অভাৱ আছিল জীৱনৰ সকলো ক্ষেত্ৰত। অসমীয়া সংস্কৃতিৰ নতুন দিশটোৰ এজন চমৎকাৰ কাণ্ডাৰীৰূপে তেওঁৰ অভ্যুদয় হৈছিল যদিও, শ্ৰমৰ আৰু মেধাৰ যথাযথ নিয়ন্ত্ৰণ আৰু পৰিচালনাৰ অভাৱৰ ফলতে তেওঁৰ প্ৰতিভাৰ

উপযুক্ত স্থৰণ ঘটিবলৈ নাপালে যেন লাগে। ...'জনজাতীয় সংস্কৃতিত শিৱ' নামৰ মূল্যৱান প্ৰবন্ধটোত বিষ্ণুপ্ৰসাদে অসমীয়া সংস্কৃতিৰ আৰ্য্যীকৰণ সম্পৰ্কে লিখিছে,—"হিন্দু সকলেও এক প্ৰকাৰে আন আন অনাৰ্য্য জাতিসকলৰ দেৱতা আৰু কৃষ্টিক নিজৰ কৰি নিজৰ সংস্কৃতিৰ প্ৰভাৱেৰে 'আৰ্য্যাম্বিত' Aryani ed কৰি লৈছিল। জন জাতিৰ মাজত শিৱৰ ধাৰণা নাছিল, নাই। কিন্তু হিন্দু সকলে সেই জন জাতি সকলৰ দেৱতা সকলক ( সিঁহতৰ লগত শিৱক তুলনা কৰিব পাৰি। ) শিৱ নামেৰে আখ্যা দি সেই জনজাতি সকলক নিজৰ আপোন কৰি লৈছিল আৰু আজিও লৈ থাকে। বাণীকান্তৰ দৰে বিষ্ণুপ্ৰসাদেও দেখাত সংস্কৃত যেন লগা বহুতো শব্দৰে অনাৰ্য্য উৎস বাহিৰ কৰিছিল। দৃষ্টান্তস্বৰূপে, তেওঁ দেখুৱাইছিল যে ব্ৰহ্মাৰ পুত্ৰ বুলি কহিত 'ব্ৰহ্মপুত্ৰ' কোনো আৰ্য্য শব্দ নহয়, এই শব্দৰ বুৎপত্তি হৈছে বড়ো ভাষাৰ 'ভুল্লুম বুথ্‌থুৰ'ৰ পৰা, যাৰ অৰ্থ হ'ল কুলু কুলু শব্দ কৰা নৈ। ভৰলু শব্দও তেওঁৰ মতে আহিছে বড়ো সকলৰ গোঁসানী 'ভল্লা'ৰ পৰা। বিষ্ণু প্ৰসাদে অনাৰ্য্য ব্যুৎপত্তি বিচাৰি উলিওৱা আন এটা আকৰ্ষণীয় শব্দ হ'ল 'উমানন্দ'। সাধাৰণ ধাৰণা মতে ই এটা সংস্কৃত শব্দ। ( উমা বা পাৰ্ব্বতীয়ে জিৰাই য'ত আনন্দ পাইছিল সেয়ে উমানন্দ। ) কিন্তু বিষ্ণুপ্ৰসাদৰ মতে 'উ-প্ৰত্যয় আগত থকা দেখি থাচী আৰু গাৰো ভাষাৰ দুটা শব্দ উ-মা, লু-তে' ৰ পৰা 'উমানন্দ' হৈছে বুলি কিছুমানে ক'বলৈ খোজে। দৰাচলতে উমালুভেৰ পৰাহে উমানন্দ হৈছে।"

"বিষ্ণুপ্ৰসাদে 'জনজাতীয় সংস্কৃতিত শিৱ' নামৰ প্ৰবন্ধটোত 'কামৰু' আৰু 'কামাখ্যা' শব্দ দুটাৰ অনাৰ্য্য তাৎপৰ্য্য বিচাৰি উলিয়াবলৈ চেষ্টা কৰিছে বড়ো সকলৰ মাজত প্ৰচলিত এটা পৌৰাণিক সাধুৰপৰা। সাধুটো চমুকৈ এই : আদিতে পৃথিৱীত কেৱল পানী আছিল। সৃষ্টিকৰ্ত্তা বাথৌ চি বৌৰায়ৰূপে এখন মকৰা জালত ওলমি আছিল। এনেতে পৃথিৱী সজাৰ পৰিকল্পনা কৰি তেওঁ তেওঁৰ বাওঁহাতৰ মাংস পিণ্ডৰে তেওঁৰ পত্নী চি বুঢৈক সৃজন কৰিলে। পৃথিৱীৰ ৰূপ দেখি চি বুঢৈৰ লোভ লাগিল, যাৰ ফলত তেওঁৰ হিয়াত লুভৈ লুভুনী বা লুবা লুবুনী নামৰ কু শক্তিৰ জন্ম হৈ পৃথিৱীখন জ্বলি পুৰি ছাই হৈ যায়। ( বড়ো ভাষাত থামনা লৈ কবু কবু জাবায়)—পোৰা ছাই গুৰি হ'ল। সেয়েহে এই ৰাজ্যৰ নাম হ'ল 'থামৰু' বা 'কামৰু" পিছত স্ৰষ্টাৰ ইচ্ছানুসৰি পুৰি ছাই হোৱা ৰাজ্যখন পুনৰ সঞ্জীৱিত হৈ উঠে। বড়ো ভাষাত 'থামৰু+উৱ' আৰু সেয়ে কামৰূপ বড়ো সকলৰ এই পৌৰাণিক সাধুটোকে আৰ্য্য পুৰোহিত সকলে পিছলৈ

নতুনকৈ সাজিলে এইদৰে—এই ৰাজ্যতেই কামদেৱে শিৱৰ তপ ভঙ্গ কৰাত শিৱৰ কোপানলত পৰি ভস্মীভূত হোৱাৰ পিছত শিৱৰ আশীষত পুনৰ জীৱিত হৈ নিজৰ ৰূপ ফিৰাই পায়।

"চি বুঢ়ৈৰ অন্তৰত লোভ জন্মাৰ ফলতে সৃষ্টি পুৰি ধ্বংস হোৱাৰ বাবে এই দেৱী গৰাকীয়ে নাম পাইছিল 'থান্‌মাই'—অৰ্থাৎ পোৰা আই। কিন্তু পুৰি যোৱা সংসাৰখন পুনৰ তেওঁৰ চেষ্টাতে বান্ধ খোৱা বাবে দেৱীৰ নাম হ'লগৈ "থাম্‌ মাই থা" অৰ্থাৎ যি আয়ে পুৰি যোৱা সংসাৰখন পুনৰ বান্ধিছে। বিষ্ণুপ্ৰসাদৰ মতে, বড়ো সকলৰ এই 'থাম মাই থা'য়েই শেষত আৰ্য্যদেৱী কামাখ্যা হয়গৈ। আৰ্য্য সকলৰ দেৱতা 'শিৱ'ও বড়ো সকলৰ প্ৰধান দেৱতা বাথৌৰ অন্য নাম 'চি জৌ'ৰ পৰা আহিছে বুলি বিষ্ণুপ্ৰসাদে মত প্ৰকাশ কৰিছে।" চিজৌ গছ বাথৌত ৰুই খোৱা উপাস্য দেৱতাৰ প্ৰতীক।

## সমানে তিনি ভাগ

শোণিত কুমাৰ শিল্পী গজেন বৰুৱা আৰু বিষ্ণুপ্ৰসাদ ৰাভা কলিকতাৰ ৰাজস্থান হোটেলত তিনিমাহ আছিল। তেনেতে এদিন দুয়োকো ত্ৰিপুৰাৰ মহাৰাজাৰ ৰাজভৱনত অনুষ্ঠিত হোৱা সঙ্গীত অধিবেশনলৈ নিমন্ত্ৰণ কৰাত, ৰাভাই ক'লে, "গজেন, মই নাযাওঁ। তুমিও যাব নোৱাৰা। মহাৰাজইঁতে আমাক বান্দৰতকৈ আৰু বেছি নাভাবে। আমাৰ সংস্কৃতিক বা জনগণৰ সংস্কৃতি আৰু শক্তিৰ সিহঁতে কি মূল্য বুজে! কৃষ্টি সংস্কৃতি সিহঁতৰ মস্কৰা অৱসৰ বিনোদনহে।'

গজেন বৰুৱাই কিছুদিন চৰকাৰী চাকৰি কৰি, পিছত এৰি দিলে আৰু জামুগুৰিৰ ঘৰলৈ গৈ ভৰলীৰ পাৰত এখন পাম খুলিলে। পামখন আছিল বৰবালি পুহঁৰি-তাপু চাপৰিত। এদিন সেই পামখন চাবলৈ বিষ্ণুৰাভা আৰু ফণী শৰ্মা দুয়ো ব্ৰহ্মপুত্ৰইদি নাৱেৰে যাত্ৰা কৰিলে। বাটত ৰাভাই ফণী শৰ্মাক কৈছিল "এয়া আমাৰ লুইত, বহ্‌ৰম্ পুতুৰ, আমাৰ পূৰ্বপুৰুষ সকলে কৈছিল 'ভুল্লুং-বুথুৰ', লুইত সুবুলিছিল, বুলিছিল টিলাও, আৰু সেয়া ভৰলী। বুলিছিল ভল্লী। আৰু কামৰূপ নকৈছিল, কৈছিল কাম্‌ৰু। নীলাচলৰ কাম্-ক্ষা, কাম্‌ক্ষী খামাইখাক কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰই নামাকৰণ কৰিলে কামাখ্যা, বাথৌব্ৰাই হ'ল পৰিল বুঢ়া গোসাঁই। আমাৰ দেশৰ অপাৰ মহিমা! ...আমাৰ লুইত পশ্চিমৰ গঙ্গা-যমুনা। সেই দুই নৈৰো অপাৰ মহিমা। যমুনা পাৰ হওঁতে পৰাশৰ মুনিৰ দৰশনত ধীবৰ কুমাৰী মৎস্যগন্ধা হৈ উঠে পদ্মগন্ধা আৰু ঋষিৰ পৰশনত হয় অনন্ত যৌৱনৰ অধিকাৰী সত্যৱতী। তেনে সত্যৱতীৰ গৰ্ভত জনমে বেদ সম্পাদন কৰা মহাশক্তিমান ব্যাসদেৱ। প্ৰেমৰ অপাৰ মহিমা। ......ব্ৰহ্মাৰপৰা বেদৰ উৎপত্তি, বেদৰপৰা যজ্ঞ, যজ্ঞৰপৰা ধোৱাঁ আৰু ধোৱাঁৰপৰা হ'ল বৃষ্টি, সেই বৃষ্টিৰ পৰাই সৃষ্টি শস্য আৰু শস্যৰপৰাই জীৱন। এয়া কৃষ্টি সংস্কৃতি আৰু প্ৰগতিৰ চক্ৰ।"

এনেকৈ কথা বতৰা পাতি দুয়ো গৈ গজেন বৰুৱাৰ কৃষি-পাম পালেগৈ, গজেন বৰুৱা পাম ঘৰতে আছিল। বিষ্ণুৰাভাই নেপালী গীত গাবলৈ ধৰিলে। ওচৰত থকা নেপালী কিছুমান গীত শুনি আহি গোট খাই যোগদান কৰিলেহি।

পিছত গজেন বৰুৱাই কৰা পিয়াঁজ খেতিৰ লাভ লোকচান হিচাপ কৰিলে কাগজ কলম লৈ :

"মাটি ত্ৰিশ বিঘা
বিঘাত দহ মোনকৈ
তিনিশ মোন।
মোনত দহ টকাকৈ
তিনি হেজাৰ টকা।
খৰচ বাদ তিনিশ।
বাকী থাকিব সাতাইশ শ।
থিয়েটাৰ পাৰ্টি খোলাৰ বাবে
দু হেজাৰ টকা।
এথন ডেঙ্গ ড্ৰামা
খৰচ দুশ।
বাকী পাচশ সমানে তিনিভাগ।"

## নতুন অসম গঢ়িম

ড° ভূপেন হাজৰিকাই, অজিতকুমাৰ ভূঞাই গ্ৰহণ কৰা সাক্ষাতকাৰত, (অসম বাণী ১১ জুন, ১৯৮২, শুক্ৰবাৰ, ২৭শ বছৰ ৪০ সংখ্যাত প্ৰকাশিত) কৈছিল, "বিষ্ণু প্ৰসাদ ৰাভাদেৱে শাস্ত্ৰীয় সঙ্গীতৰো—মোক এটা আভাস দিছিল। ৰাগ-ৰাগিনীৰ কথাও কৈছিল, আৰু কেইটামাত সৰু খেয়াল শিকাইছিল।... ১৯৩৯ চনত লিখা 'অগ্নিযুগৰ ফিৰিঙতি মই নতুন ভাৰত গঢ়িম, সৰ্ব্বহাৰাৰ সৰ্ব্বস্ব পুনৰ ফিৰাই আনিম...গীতটো ১৯৪৫ চনত বিষ্ণু ককাইদেৱে ক'লে যে (চিৰাজত) তোমাৰ গানহে থাকিব, 'নতুন অসম' টোকে দিয়া, কাৰণ তৰুণ সংঘ বুলি এটা সংঘ থাকিব। সেই সংঘটোৱেহে—'সীতাক জলাব, ওচৰৰ হিন্দু গাঁও বিলাকে সেই সময়ত সীতাক জ্বলাবলৈ অমান্তি হ'ল। তেতিয়া তৰুণ অসম সংঘই দিলে। গতিকে 'জাতিৰ অহংকাৰ লয় পাব তাত, অস্পৃশ্যতাৰ মহাদানৱক আপোন হাতেৰে নাশিম'—সেইটো আগতে লিখা। গতিকে এই খিনিতে "হৰিজন পাহাৰী হিন্দু মুছলমানৰ, বড়ো কোচ চুতীয়া কছাৰী আহোমৰ' এই দ্বিতীয় শাৰী নতুনকৈ লিখিব লগা হ'ল মই, কাৰণ অসমৰ কথা কৈছোঁ, 'বড়ো কোচ চুতীয়া কছাৰী আহোমৰ অন্তৰ ভেদি মউ বোৱাম।"......"বিষ্ণুৰাভাক ভয়ে কৰিছিল মানুহে ভিতৰলৈ সোমাই যাবলৈ। মইতো গৈ তাত খুজি খাওঁ, তাৰ পিছত মোক কছাৰী গাঁৱলৈ লৈ যায়। লৈ গৈ বড়ো ভাষা শিকায়, গাহৰি খাবলৈ শিকায়। মই কওঁ বোলো নাখায় নহয় আমাৰ জাতি। কয় "একো নহয় দে, খা, খাচোন একো নহয়। তেতিয়াহে জানিবি মানুহক, ইহঁতক জানিবি।"

জনসাধাৰণৰ লগত, বিভিন্ন জাতি-উপজাতি শ্ৰেণী গোষ্ঠীৰ লগত, আন্তৰিক ভাৱে মিলি যাব নোৱাৰিলে মানুহৰ দুখ-সুখ, আচাৰ-ব্যৱহাৰ, কৃষ্টি-সংস্কৃতি, ভাষা-সাহিত্য, খাদ্যাভাস, একো জানিব নোৱাৰি, শিকিব নোৱাৰি। বিষ্ণুৰাভাই সেই কথা—বুজিছিল মৰ্ম্মে মৰ্ম্মে। সেয়েহে তেওঁ জনতাৰ মাজত হেৰাই গৈছিল। সুদূৰ আৰব দেশৰপৰা সপ্তদশ শতিকাৰ আগ ভাগতে অহা-শ্বাহ মিলনে, মুছলমানৰ আক্ৰমণত সৈন্য হিচাপে গৌড় দেশৰপৰা আহি অসমীয়া জীয়ৰী বিয়া কৰাই হাড়ে হিমজুৱে অসমীয়া হৈ, অসমকে মাতৃ ভূমি হিচাপে মানি লোৱা গৌড়ীয় ইছলাম ধৰ্ম্মী

লোক-সকলক আজান দি নামাজ পঢ়িবলৈ কৈছিল বাবে শ্বাহ মিলন অসমত জনাজাত হ'ল আজান ফকিৰ হিচাপে। তেওঁ বুজাই দিছিল যে ইছলাম মানে শান্তি, মিঞা মানে ভাওৰীয়া বা ভাই, জিক্‌ৰ, মানে আৰবী শব্দৰপৰা উদ্ভৱ হোৱা জিকিৰ মানে আল্লা অৰ্থাৎ করুণাৰ সাগৰ ঈশ্বৰৰ নাম স্মৰণ কৰা আৰু কীৰ্ত্তন কৰা। ৰহম মানে দয়া আৰু দৰিয়া মানে সাগৰ, জাকাত মানে দান। ৰোজা মানে সংযমী উপবাস। গতিকে তেওঁ শঙ্কৰ মাধৱৰ হৰি নামৰ সুৰতে সুৰ মিলাই সুমধুৰ জিকিৰ গীত ৰচনা কৰি হিন্দু মুছলমানৰ ঐক্য সংহতি স্থাপন কৰিছিল।

বিষ্ণুপ্ৰসাদ ৰাভাই অসমত বাস কৰা সকলোলোক এটা অসমীয়া জাতি হিচাপে গঢ়ি তোলাৰ পৰিকল্পনা কৰি, ১৯৩০ চনৰ পৰা তেতিয়াৰ "বাঁহী" আলোচনীত "বৃহত্তৰ অসমৰ পৰিকল্পনা" নামৰ এলানি তত্ত্ব গধুৰ মৌলিক প্ৰবন্ধ লিখিছিল। প্ৰথম বছৰ চতুৰ্থ সংখ্যা 'প্ৰতিবাদ' আলোচনীৰ ২২ পৃষ্ঠাত ড° হীৰেণ গোহাঁয়ে 'বিষ্ণুৰাভা আৰু অসমৰ জাতি সমস্যা' নামৰ প্ৰবন্ধত বহুতো কথাৰ মাজতে লিখিছে "বহুতে কয় ৰাভাই এক বৃহত্তৰ অসমীয়া জাতি গঢ়িব খুজিছিল। ·· কিন্তু অসমীয়া মানে তেওঁ কি বুজিছিল?···বিভিন্ন গোষ্ঠীৰ লোকে নিজ নিজ সাংস্কৃতিক প্ৰতিভা বিকাশৰ যোগেদি মহিমা-মণ্ডিত হৈ উঠক এয়ে আছিল তেওঁৰ সাধনাৰ নিহিতাৰ্থ।···সকলো সংস্কৃতি আগ্ৰহ আৰু শ্ৰদ্ধাৰে শিকি তাৰ চৰ্চা কৰি অসমীয়া সংস্কৃতি সমৃদ্ধ কৰাৰ আগ্ৰহ আছিল।"

ড° গোহাঁইদেৱে প্ৰকৃত সত্য উপলব্ধি কৰিছে—ৰাভাদেৱক সুদীৰ্ঘ সাত বছৰ ঘনিষ্ঠভাৱে লগ পাওঁতে তেখেতে কথাৰ মাজতে আমাৰ আগত বাৰম্বাৰ প্ৰকাশ কৰিছিল যে অসমত বাসকৰা সকলো মানুহ হিন্দু, মুছলমান, শিখ, খৃষ্টান, বাঙালী, লালুং, চুতীয়া, দেউৰী, মিচিং, আদি, বড়ো, ৰাভা, চাহ মজদুৰ, কোচ, কলিতা, বামুণ, গোঁসাই, মহন্ত, কছাৰি, মৰাণ, আহোম, মতক, জৈন, বৌদ্ধ, সকলোকে সমানে উন্নত কৰিব লাগিব আৰু যি নতুনকৈ অসমলৈ আহি অসমকে মাতৃভূমি হিচাপে গ্ৰহণ কৰিব খোজে, তেওঁলোককো অসমীয়া ভাষা, কৃষ্টি, সংস্কৃতি শিকাই ঠাঁচত গঢ়ি ল'ব লাগিব। অসমীয়া জাতি এটা উমৈহতীয়া জাতি আৰু অসমীয়া ভাষা এটা উমৈহতীয়া ভাষা। সত্য যেনেকৈ কোনো এটা ধৰ্ম্ম ভাষা বা শ্ৰেণীৰ ব্যক্তিগত সম্পদ নহয়, তেনেকৈ অসমীয়া জাতি আৰু ভাষাও কোনো এটা নিৰ্দ্দিষ্ট সম্প্ৰদায়ৰ ব্যক্তিগত জাতি বা ভাষা নহয়। জাতীয় অধ্যাপক ড' সুনীতি কুমাৰ চট্টোপাধ্যায়ে 'কিৰাত জনকৃতি' নামৰ গ্ৰন্থত লিখা কথা আঙুলিয়াই দি কৈছিল যে অসমীয়া জাতি আৰ্য্য, অনাৰ্য্য, দ্ৰাবিড়, নিষাদ, কিৰাত, মঙ্গোলীয়, অষ্ট্ৰিক

আদি জাতি সমূহৰ সংমিশ্ৰণত গঢ়ি উঠা এটা জাতি আৰু এই জাতিৰ সংস্কৃতিত সকলোবোৰৰ সংমিশ্ৰণত, হাজাৰ হাজাৰ বছৰৰ সাধনাৰ ফল স্বৰূপে গঢ়ি উঠা সংস্কৃতি, বিষ্ণুপ্ৰসাদ ৰাভাই ২য় বছৰ, ২১শ সংখ্যা আৱাহন'ত লিখিছিল, "অসমৰ অত্যাচাৰিত আৰু অৱনত জাতি সমূহক আন আন উন্নত জাতিৰ লগতে একে আসনতে ঠাই দিবলৈ অসমৰ প্ৰত্যেক ৰাজনীতিজ্ঞ আৰু সমাজনেতা সকলে এতিয়াৰপৰা চেষ্টা কৰা উচিত। তাকে নকৰিলে অৱনত জাতি সকলৰ বুকুত বিদ্ৰোহৰ অগ্নি জ্বলাই আৰু অসমত এটা গৃহকন্দলৰ বাঁহ সাজি দিয়া হ'ব। ঐক্য অবিহনে সৌন্দৰ্য্যৰ বিকাশ আৰু প্ৰগতি অসম্ভৱ॥' ১৯৩১ চনত আচাৰ্য্য প্ৰফুল্ল চন্দ্ৰ ৰায়ে প্ৰকাশ কৰা অসমৰ বিৰুদ্ধে যোৱা মতামতৰ বিৰুদ্ধাচৰণ কৰি হাতত কলম লৈ অসমৰ স্বাৰ্থৰ হকে যুঁজি আচাৰ্য্য ৰায়ক নিমাত কৰিছিল ৰাভাৰ বলীষ্ঠ যুক্তিৰ লিখনিৰে।

বিষ্ণু প্ৰসাদ ৰাভাই জাতীয় সংহতি বিষয়ত লেখি থৈ গৈছে,"এটা জাতিৰ লগত আন এটা জাতিৰ সমন্বয় হ'বলৈ হ'লে, পৰস্পৰৰ ভিতৰত উভয়ৰ বিষয়ে জ্ঞান থকা উচিত। নিজৰ ধৰ্ম্ম, কৃষ্টি, সমাজ আৰু সংস্কৃতিৰ উপৰিও আনৰ ধৰ্ম্ম, কৃষ্টি, সমাজ আৰু সংস্কৃতিৰ বিষয়ে গভীৰ জ্ঞান থকা উচিত। পৰস্পৰৰ ভিতৰত অকৃত্ৰিম আৰু আন্তৰিক শ্ৰদ্ধা ভক্তি ৰাখি কালৰ ৰথৰ চকাত অগ্ৰগতিৰ তালে তালে প্ৰগতিৰ অসীম বাটেদি অগ্ৰসৰ হোৱা উচিত।...গভীৰ জ্ঞান, গভীৰ অধ্যয়ন নাথাকিলে ভুল ত্ৰুটি যথেষ্ট থাকি যোৱাত প্ৰগতিৰ বাটত পৰস্পৰৰ ভিতৰত কাজিয়া হোৱাৰ ফলত হেঙাৰ পৰিবৰ সম্ভাৱনা। তদুপৰি পৰস্পৰৰ ধৰ্ম্ম, কৃষ্টি, সংস্কৃতি আৰু সমাজৰ বিষয়ে গভীৰ জ্ঞান আৰু অধ্যয়ন নাথাকিলে এই দুয়ো জাতিৰ সমন্বয় বিশুদ্ধ হ'ব নোৱাৰে। বৰং কলুষেৰে ভৰপূৰ হৈ ধ্বংসৰ বাটহে মুকলি কৰা হ'ব।"

ৰাভাদেৱে লিখিছিল, 'বড়ো-সকল হাড়ে হিমজুৱে অসমীয়া। এওঁলোক অসমীয়া সভ্যতাৰ দাপোন। এওঁলোকৰ প্ৰত্যেক জনেই একো একোজন শিল্পী।" বৰপেটা মহকুমাৰ কমলাবাৰী গাৱঁত শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মোৎসৱত দিয়া ভাষণ প্ৰসঙ্গত কৈছিল,"চিলাৰায় দেৱানে শঙ্কৰদেৱৰ-ভতিজাক ৰামৰায়ৰ কন্যা ভুবনেশ্বৰীক বিবাহ কৰাইছিল। বড়ো কছাৰী সকল শঙ্কৰদেৱৰ জোঁৱাই, যিহেতু হাড়িয়া মণ্ডলৰ বংশৰ নৰনাৰায়ণ আৰু চিলাৰায়ৰ গুৰিগছ মেচ বা বড়ো কছাৰীৰ পৰাই অহা। গতিকে শঙ্কৰদেৱৰ সংস্কৃতি বড়ো কছাৰীৰ অতিকৈ আপোন।" এই কথাখিনি কোৱাৰ পিছত বড়ো যুবক কেইজনমান আহি ৰাভাদেৱৰ ওচৰত

প্ৰতিবাদ জনাই কৈছিল যে তেনেকুৱা অৱস্থাত দেখোন বড়ো-কছাৰী সকলৰ নিজৰ সংস্কৃতি লোপ পাব। তেতিয়া ৰাভাদেৱে কৈছিল, "কোনো শ্ৰেণী, জাতি বা গোষ্ঠীয়ে নিজৰ ধৰ্ম্ম, সংস্কৃতি, ভাষা আৰু সাহিত্যবাদ দিবলৈ মই কোৱা নাই। নিজস্ব বৈশিষ্ট্যখিনি শক্তিশালী কৰি, উমৈহতীয়া অসমীয়া সংস্কৃতি হিচাপে শঙ্কৰ দেৱৰ মহান সংস্কৃতি আদৰি ল'লেহে অসমীয়া জাতি একতাবদ্ধ হ'ব আৰু অসমীয়া জাতি শক্তিশালী হ'ব। লাখ লাখ বছৰীয়া ভিন ভিন অসমীয়া জাতি উপজাতি আৰু জনজাতি সকলক বৈচিত্ৰৰ মাজেৰে ঐক্যৰ গাঁথনিৰে গাঁথি মহান অসমীয়া জাতি হিচাপে পুনৰ বাচিবলৈ দিম আৰু লাখ লাখ বছৰৰ সাধনাৰ ফলত লভা অসমীয়া কৃষ্টি আৰু সংস্কৃতি যাউতিযুগীয়াকৈ ৰচি পুনৰ চিৰ উজ্জ্বল কৰি তুলিম।"

ৰাভাদেৱে লগতে কৈছিল, "অসমীয়া সমাজক একগোট" কৰি গোটাব পাৰিলেহে আমাৰ আৰ্থিক, ভাষা, আৰু সংস্কৃতিৰ উন্নয়ণ হ'ব আৰু জীয়াই ৰাখিব পাৰিম। জাতি জনজাতিৰ তিতৰত থানবান হ'লে প্ৰত্যেক জাতি গোষ্ঠী মৰিব।"…অসমৰ যি কৃষ্টি সংস্কৃতি আছে তাক সংৰক্ষিত কৰিব লাগিব তেতিয়াহে আমাৰ ·· অসমীয়া কৃষ্টি সংস্কৃতি আৰু সভ্যতা পূৰ্ণ বিকাশ পাব আৰু অসমীয়া বাচিব।…কাৰণ শব্দ পৰমব্ৰহ্ম। ইয়াৰ ক্ষয় ক্ষতি নাই। প্ৰত্যেক আহাৰ মাহত—

"মেদুৰ মেঘৰ মাদল কোবায়
গগন গগনা আলফুলে বায়,
বিজুলী নটিৰ নাচোনটি চাই
দেওদি দেওদি নাচিম।
মোৰ জীৱনৰ আকাশতে
ইন্দ্ৰধনু গঢ়িম।"

ৰাভাই বড়ো ভাষাত লিখা 'চিফুং' প্ৰবন্ধটো শ্ৰীমহেশ্বৰ বসুমতাৰীয়ে অনুবাদ কৰে, আৰু শাৰদীয় সংখ্যা 'দৈনিক অসম'—১৯০২ শকত প্ৰকাশ পায়। তাত ৰাভাই কৈছে, 'বড়ো সকলৰ জীৱনৰ চিৰলগৰী হৈছে 'চিফুং'। 'চিফুং' মানে পাচোটা ফুটা থকা এটি দীঘল বাঁহী। বিয়া, সবাহ, উৎসৱ, 'বৈশাগু' বা ৰঙালী বিহু, সকলোতে চিফুং নহলে নচলে। গতিকে চিফুং চিৰদিন জীয়াই থাকিবই লাগিব, চিফুঙে আশা দিবই লাগিব, আৰু জীয়াই থাকিব লাগিব মহান বড়ো

জাতিৰ 'ধা'ৰা'ম' বা ধৰ্ম, 'ৰাও' বা ভাষা, ক'লা-কৃষ্টি, সাহিত্য সংস্কৃতি"। বড়ো লোক সকল কৰ্ম্মী। সেয়েহে গীতৰ মাজেদিও কামৰ কথা সোঁৱৰাই দিয়ে—"

দে আই ফা'ৰ, আফাফাৰ
জানায়া জানায়া নেঙো
লাং নামা লাং নামা নোঙা
বা থাক খাংদাং হালী দৈলা—
ৰমা ছ'দাং খানভা খানভা।"

(ভাৱাৰ্থ: বছৰ বাগৰি গৈ আছে। সময়ো তোখৰ তোখৰকৈ গৈ আছে'। সেয়েহে আইসকল, দেউতা সকল অকল খোৱা-বোৱাতেই বিভোৰ নহ'ব দেই।

প্ৰবীণ লহকৰৰ সম্পাদনত প্ৰকাশিত 'বৰ্ত্তমান গণ-আন্দোলন আৰু ছাত্ৰ সন্থা" নামৰ সদৌ অসম ছাত্ৰ সন্থাৰ মাহেকীয়া পত্ৰিকা, জুন, ১৯৮৩, বিষ্ণুপ্ৰসাদ ৰাভাৰ 'কৈনো থাকো মানে ওৰকে নপৰে' নামৰ আলিয়াই লিগাং'ত লিখিছে—"... আলি মানে আলুৰশিপা, 'য়াই' মানে গুটি বা ফল, 'লিগাং' মানে সিচা-পোতা আৰম্ভ কৰা মিছিং সকলৰ ভাওৰ উৎসৱ। 'বৈশাখী' বিহুটি বড়ো সমাজে আন্তৰিকতাৰে বিদায় দিয়ে। এয়ে অসমীয়াৰ ৰঙালী বিহু বহাগ বিহু। চুতীয়া সকলে এই বহাগক 'বিচ', ডিমাচাই 'বিষু' আৰু বড়ো সকলৰ মতে 'বি' মানে মগা, 'ষু' মানে দিয়া। গুৰুজনক ভকতি মাগিলে তেওঁলোকে আশীষ দিয়ে, মাক দেউতাকক শ্ৰদ্ধা যাচিলে তেওঁলোকে ল'ৰা ছোৱালীলৈ চেনেহ দিয়ে। এইদৰেই এই বিহুৰ দিনাই হিয়াৰ ভাবৰ আদান-প্ৰদান হয়।"

১৯৬৬ চনৰ ফেব্ৰুৱাৰী মাহত ধেমাজী মহকুমাৰ কুলাজানত মিছিং সকলৰ বৰ মেল বানে কেবাওত ৰাভাদেৱে যোগদান কৰি কৈছিল যে মিছিং গ্ৰামে পাহোৱাল ডেকা আৰু মিম্বিৰ গাভৰুইত জুমে জুমে আহি, এমোকোৰা হাঁহি লৈ মৌ সনা মাতেৰে আদৰণি জনাইছিল। ডেকা জন্বী সকল আৰু গাভৰু পানেই সকল বৰ মৰমীয়াল আৰু অতিকৈ চেনেহী। বিখ্যাত ঐতিহাসিক চিহাবউদ্দিন মিৰজুম্লাৰ অসম আক্ৰমনত মিৰজুম্লাৰ লগে সগে আহি, মিৰজুম্লাৰ অসম অভিযানৰ বিৱৰণীত লিখিছিল "মিৰি মিছিমি গাভৰু সকল অসমীয়া গাভৰুতকৈ অধিক শ্ৰীময়ী।" মিছিং সমাজ আৰু সংস্কৃতিৰ মেৰুদণ্ড হৈছে অইনিঃতম্। অইনিঃতম্ দুটি পদৰ সমষ্টি। অই শব্দই মৰমৰ, চেনেহৰ, প্ৰিয়জন আদি সম্বোধনক বুজায়। নিঃতম্ শব্দই যাক উদ্দেশ্য কৰি মৰমৰ গীতবোৰ গোৱা হয়, তেওঁক বুজায়। অসমীয়া বনগীত, বিহুগীতৰ লগত ভাব

ভাষাৰ প্ৰায় মিল আছে। অইনিঃতমৰ কোনো ৰচক নাই আৰু কোনো বিশেষ গায়ক-গায়িকাৰ মাজত আৱদ্ধ হৈও নথাকে। অইনিঃতম্ মিছিং সমাজৰ প্ৰাণৰ ভাৱ প্ৰকাশৰ ভাৱ। ইয়াৰ ভাৱ সাৰ্ব্বজনীন, ভাষা চিৰন্তন। অইনিঃতমত যি বস্তু নাই, মিছিং সমাজতে সেই বস্তু নাই।

বিষ্ণুপ্ৰসাদ ৰাভাৰ মন আছিল, সকলো ধৰ্ম্ম, ভাষা, শ্ৰেণী, গোষ্ঠীৰ মানুহক একতাবদ্ধ কৰি অসম আকাশত ইন্দ্ৰধনু গঢ়াৰ। তাৰোপৰি অসমীয়া জাতিক স্বাৱলম্বিতা স্বচ্ছল কৰাৰ হকে তেওঁ আজীৱন চেষ্টা কৰিছিল। কাৰণ অকালতে দুষ্কৃতিকাৰীৰ হাতত কলিকতাত প্ৰাণ হেৰুওৱা বিপ্লবী কবি অমূল্য বৰুৱাৰ কবিতা এফাঁকিৰ প্ৰতি ৰাভাদেৱ অত্যন্ত সজাগ আছিল :

ক্ষুধাৰ তাড়নাত সিহঁতে পাহৰি যায়
অহিংসা পৰম ধৰ্ম্ম ॥
সিহঁতৰ অশৃংখল, কোলাহলপূৰ্ণ হিংসামত্ত সমাজত
ক্ষুধা নিবাৰণৰ কেৱল কঠোৰ সংগ্ৰাম।"

সদৌ অসমবাসীক সম্বোধন কৰি ৰাভাদেৱে কৈছিল, 'হে অসমীয়া ৰাইজ! অসম মৰিমূৰ হ'লে অসমীয়াও মৰিব। অসমীয়াৰ লাখ-বিলাখি বছৰৰ সাধনাৰ ফলত পোৱা ব্ৰাহ্মপুত্ৰৰ দৰে বিশাল বিৰাট অসমীয়া কৃষ্টিও লুপ্ত হ'ব। এই লুপ্ত ৰাজ্যৰ বুকুত, শ্মশানৰ মৰুভূমি সদৃশ শূণ্যতাৰ বুকুত পূৰ্ব্ব-পুৰুষ সকলৰ শাও-শপনি ভৰা অভিশাপ গুমৰি উঠিব। আজি প্ৰত্যেক অসমীয়াই সঙ্কল্প কৰা উচিত অসমখন মৰিবলৈ নিদিওঁ, অসমীয়া সংস্কৃতি লুপ্ত হবলৈ নিদিওঁ। অসমৰ বুকুত বৈচিত্ৰৰ মালা ঐক্যৰ ডোলেৰে গুঁথি, তুনাই শক্তিশালী নতুন অসমীয়া জাতি গঢ়ো; শক্তিমান ন-অসম গঢ়ি সমন্বিত শকতিৰ সুন্দৰতম্ ন-অসমীয়া সংস্কৃতি ৰচোঁ; সোণৰ অসম গঢ়ি আশাৰ ৰংঘৰ, আকাঙ্খাৰ কাৰেংঘৰ কামনা বাসনাৰ তলাতল ঘৰ সাঁজো।" ('স্বাক্ষৰ'—সম্পাদনাত গোপাল দাস, ৩১ জানুৱাৰী। ১৯৬৮)

অসমীয়াৰ অতীতৰ শৌৰ্য্য-বীৰ্য্য সম্পৰ্কে সোঁৱৰাই দি উদীয়মান নতুন পুৰুষক নতুন অসম গঢ়িবলৈ আহ্বান জনাইছিল।

"অ' অসমীয়া ডেকা দল!
আজি তোৰ এই তেজাল বদন
মলিন কিয় হ'ল?

দুৰ্গম নদ-পাহাৰ গিৰি
লঙ্ঘিছিলে ডেকা গিৰি
সুন্দৰ শঙ্কৰে লৰি কৰিছিলে তল
দেখুৱাইছিল জগত জুৰি অসীম বাহুৰ বল'
সিয়ো যে তোৰ নাইকীয়া হ'ল !
কীৰ্ত্তন-দশম-নাম ঘোষা হওক আমাৰ শৌৰ্য্য
নাট-গীত-নাম বৰগীত হওক ৰণৰ তূৰ্য্য,
আহি তেওঁৰ এই অসমৰ হওক-অসীম বীৰ্য্য,
অসমীয়া ! সমনীয়া !!
আগবাঢ়ি যাওঁ ব'ল অ'
আগবাঢ়ি যাওঁ ব'ল…… ॥

## অৱহেলিত অসমীয়াৰ বিলাই

বিষ্ণুপ্ৰসাদ ৰাভাই গীতৰ মাজেৰে আন্তৰিক আবেগ প্ৰকাশ কৰিছিল এনেধৰণে :

"অ' মোৰ নিচলা অসমী আইৰ হালোৱা বনুৱা ভাই, কোনে পতিয়াব তোমাৰ আজিৰ কিয়নো এনে বিলাই ? কপালৰ ঘাম ভৰিত পেলাই সাঁচিছিলা যিটো ধন, সকলো লুটিলে ধনী চিনা জোকে ভাঙিলে তোমাৰ মন। এদিন তুমি গঢ়িছিলা এই পুনীয়া অসম সোণৰ, গোটেই অসম তোমাৰ আছিল অমিয়া সপোনৰ।"

মহাত্মা গান্ধীয়ে কৈছিল, "সমগ্ৰ বিশ্বৰ বিৰুদ্ধে থিয়দি হলেও অসমে নিজৰ সত্তা ৰক্ষা কৰিব লাগিব। বঙ্গই অসমৰ ওপৰত কোনো প্ৰকাৰে প্ৰাধান্য বিস্তাৰ কৰিব এইটো ভাবিব নোৱাৰা কথা। এই বিষয়ত অসম নিমাতে থাকিলে অসমৰে সৰ্ব্বনাশ হ'ব। এই ক্ষেত্ৰত অসমে স্বকীয়া আৰু স্বাধীনভাৱে থিয় দিব লাগে। তোমালোকৰ তেনে কৰাৰ সাহস আৰু শক্তি আছেনে নাই মই ক'ব নোৱাৰো। সেইটো তোমালোকে জানা। কিন্তু তোমালোকে তেনে কৰিব পাৰিলে বৰ ভাল হ'ব। অসমে নিজৰ দায়িত্ব নিজে ল'লে অৱশিষ্ট ভাৰতে তেওঁলোকৰ দায়িত্ব ল'ব পাৰিব। তোমালোকৰ অন্তৰ কঠোৰ কৰা। তোমালোকৰ অন্তৰত সাহস আনা। তোমালোকে যদি উচিতভাৱে আৰু এতিয়াই কামত নালাগ তেন্তে অসম নিঃশোষিত হ'ব। তোমালোকে ক্ষুদ্ৰ খিয়াল খিয়লি পৰিহাৰ কৰিব লাগিব, আৰু দুৰ্ব্বলতাক জয় কৰিব লাগিব।......আজি মই যি সাম্যবাদ আৰু স্বাবলম্বিতাৰ কথা কৈছো, অসমৰ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে পাঁচশ বছৰ আগতেই তাক অসমত প্ৰয়োগ কৰি আদৰ্শ দেখুৱাই থৈ গৈছে। মোৰ আদৰ্শত কোনো নতুনত্ব নাই। শঙ্কৰদেৱৰ আদৰ্শকে মই অনুশীলন কৰিছো মাত্ৰ।........মই মোৰ অসমক জানো।'

মহাত্মা গান্ধীৰ সাম্যবাদী সাত্বিক আদৰ্শৰ ওপৰত বিষ্ণুপ্ৰসাদ ৰাভা, সুভাষ চন্দ্ৰ বসুকে ধৰি ভালেমান লোকৰ বিশ্বাস ক্ৰমাৎ হ্ৰাস পাই আহিবলৈ ধৰিলে। সুভাষচন্দ্ৰ বসুৱে আজাদ্ হিন্দ্ ফৌজ গঠন কৰি বিশ্ববিখ্যাত হৈ পৰিল। বিষ্ণু ৰাভা অখ্যাত হৈয়েই থাকি গ'ল।

## অসমৰ জনসংস্কৃতিৰ মণীষা কলাগুৰু ৰাভা

বিষ্ণুপ্ৰসাদ ৰাভা জনতাৰ শিল্পী সকলোৰে বৰেণ্য, অসমীয়া সংস্কৃতিৰ মনিষী। কিন্তু বহুতে বিষ্ণুপ্ৰসাদ ৰাভাক 'কলাগুৰু' 'ভাৰতৰ শ্ৰেষ্ঠ কলাবিদ' বুলি ক'বলৈও ইতস্ততঃ কৰে হেনো। ৰাভা কেৱল শিল্পী, কলাগুৰু, বা বৰেণ্য ব্যক্তিয়েই আছিল জানো? ৰাভাৰ আছিল ভূষণহীন সৰলতা, মুকুটবিহীন সম্ৰাট। ৰাভা তেওঁৰ সৃষ্টিতকৈও মহান আছিল। তেওঁৰ চিন্তা চৰ্চা আৰু বেদনা আছিল অগতানুগতিক। ১৯৬৭ চনৰ মে' মাহত তেজপুৰ সদৰ পুলিচ থানাৰ সম্মুখত পুলিচৰ গুলীচালনা হৈছিল। ৰাভাই পাঠক কমিচন'ৰ আগত সাক্ষ্য দি কৈছিল" I am an artist I am a happy go-lucky type of man. I live more on imagination than on reality. I am more an artist than a communist. I always want to see everything nice and beautiful. ( Paper Book—Vol. v. Page 204 ).

( মই এজন শিল্পী। মই সহজ সৰলভাবে সুখী হৈ থকা মানুহ। মই কল্পনা ৰাজ্যত সৌন্দৰ্য্যৰ মাজত ওপঙি ফুৰো। মই কমিউনিষ্ট হলেও, মূলতঃ এজন শিল্পীহে। মই মোৰ চৌপাশে থকা আটাইবোৰ বস্তু সুন্দৰতম্ কৰিব খোজোঁ। মহীয়ান কৰিব খোজোঁ। )

বোম্বাইৰপৰা ঘূৰি আহাৰ পিছত, পাঁচ মাহ মান ঘৰতে আছিল। ১৯৬৯ চনৰ জুন মাহৰ ৬ তাৰিখে পুনৰ তেজপুৰ চিভিল হস্পিটেলত ভৰ্ত্তি কৰায়। তাত থাকোঁতে এই সন্দেহৰ কথা জানিব পাৰি ৰাভাই কৈছিল "পৃথিৱীখন বৰ সুন্দৰ, মানুহবোৰ বৰ ভাল, মৰমীয়াল। মই আকৌ আহিম।" বিষ্ণুৰাভা পৰিচৰ্য্যা সমিতিৰে ৰাভাৰ চিকিৎসাৰ বাবে তোলা ধন প্ৰকৃত উদ্দেশ্যত খৰচ কৰা নাই বুলি কোনো কোনোৱে কৰা সংশয়ৰ কথা জানিব পাৰি ৰাভাই তাৰ অসুন্দৰতা আৰু ক্ষুদ্ৰতা লক্ষ্য কৰি কৈছিল, "ছিঃ এনেকৈ ভাবিব নেপায় নহয়।" বাতৰি কাকতলৈ বিবৃতি পঠালে, "ৰাইজৰ মৰমে মোক পুনৰ জীৱন দিছে।" মৃত্যুৰ ২।৩ দিন মান আগত ৰাভাই চহী কৰিবপৰা অৱস্থাত নাছিল। তেতিয়া ৰাভা পৰিচৰ্য্যা কমিটিয়ে এখন কাগজত বিষ্ণুৰাভাৰ টিপ চহী লৈছিল, সেইখন কাগজত ৰাভাদেৱৰ পত্নী শ্ৰীযুতা

মোহিনী বালা ৰাভাৰো চহীৰ প্ৰয়োজন হোৱাত, মোহিনী ৰাভাই প্ৰথমতে চহী কৰা নাছিল। সেই কথা জানিব পাৰি ৰাভাই ক্ষীণ স্বৰেৰে মোহিনী ৰাভাক কৈছিল, 'চহী কৰি দিয়া। ৰাইজৰ টকা ৰাইজেহে তুলিছে। সেয়া তোমাৰ টকা নহয়।" কথা খিনি কওঁতে আনন্দ বেজাৰ মিশ্ৰিত অশ্ৰু দুয়োগালেদি বৈ আহিছিল। তেতিয়া মোহিনী ৰাভাই চহী কৰি দিলে।

ৰাভাৰ সৃষ্টিবোৰ আছিল বলিয়া বতাহৰ নিচিনা, কেতিয়া কি পৰিবেশত কোন সময়ত তেখেতৰ অন্তৰলৈ সৃষ্টিৰ প্ৰেৰণা আহে কোনেও নেজানে। শোওঁতে, ক'ৰবালৈ যাওঁতে, কথা পাতি থাকোঁতে, কিবা কাম কৰি থাকোঁতে, যেতিয়াই কিবা প্ৰেৰণা জাগে, তেতিয়াই হাতৰ কাষত পোৱা ফটা কাগজৰ টুকুৰা, খবৰ কাগজ, বজাৰৰপৰা অনা ঠোঙা, তাতেই তেখেতৰ ভাব-ভাষা তুলিকা ৰহন জীৱন্ত হৈ উঠে। "ঘ'তে ত'তে লিখাৰ ফলত বহুতে সেইবোৰ অদৰকাৰী ফটা কাগজ বুলি ভাবি পেলাই দিয়াত, ৰাভাৰ বহুতো সৃষ্টি হেৰাই গ'ল। মনেৰে, প্ৰাণেৰে তেখেত শিল্পী। দৰিদ্ৰৰ লাও লোটা ভিক্ষাৰ সঁজুলি তেখেতৰ সম্বল।"

প্ৰশান্ত মহাসাগৰৰ দৰে বিষ্ণুপ্ৰসাদ ৰাভাৰ বিশাল প্ৰতিভা ক্ষুদ্ৰ কলমেৰে বৰ্ণনা কৰি শেষ কৰিব নোৱাৰি। তেওঁ আছিল নিৰ্ভীক শিল্পী সৈনিক। ধনী-মহাজনে সৰ্ব্বহাৰাৰ সৰ্ব্বস্ব লুট কৰি নিয়াৰ বিৰুদ্ধে জন জাগৰণ আনি বিপ্লৱ কৰিছিল আৰু 'ধনতন্ত্ৰ ধ্বংস কৰিম' বুলি গৰজি উঠিছিল সিংহ নিনাদেৰে। ৰাজপদ, সম্মান, গৌৰৱ, মন্ত্ৰীত্ব, ক্ষমতা, যশস্যা, ধন-সোণ, একোলৈকে তেওঁৰ লেশমানো স্পৃহা নাছিল।

ভালেমান ক্ষেত্ৰত তেওঁক ঋষি টলষ্টয়ৰ লগত তুলনা কৰিব পাৰি। ছোভিয়েত ৰুছিয়াৰ ইয়াস্নয়া পোলিয়ানা নামৰ ঠাইত ১৮২৮ খৃষ্টাব্দৰ ২৮ আগষ্টৰ দিনা এটা জমিদাৰৰ পৰিয়ালত লিও নিকোলেভিচ টলষ্টয়ে জন্ম গ্ৰহণ কৰিছিল। ৩ বছৰ বয়সত দেউতাকক হেৰুৱাই তেওঁ ঘাট মাউৰা হ'ল। পৈত্ৰিক জমিদাৰীত বহুতো দাস-দাসীয়ে কাম কৰিছিল। টলষ্টয়ে পঢ়া-শুনা কৰি ২৩ বছৰ বয়সত সৈন্য বাহিনীত ভৰ্ত্তি হৈ দুবছৰমান কাম কৰি, পিছত চাকৰি এৰি জমিদাৰীখন পৰিচালনা কৰিছিল। কিছুদিনৰ পিছত, জমিদাৰীত কাম কৰা দাস-দাসী সকলৰ দুখলগা দুৰৱস্থা দেখি তেওঁ দাস-দাসী সকলক মুক্ত কৰি দিলে আৰু জমিদাৰী এৰি, মাটি খিনি দৰিদ্ৰ ভূমিহীন কৃষকৰ মাজত বিতৰণ কৰি দিলে।

তাৰ পিছত, নিজে দৰিদ্ৰ কৃষকৰ লগত কৃষি পামত থাকি, হাল-কোৰ বাই, কৃষক সকলৰ প্ৰকৃত দুৰৱস্থা নিজ চকুৰে চাই, সত্য কাহিনীবোৰ সংগ্ৰহ কৰি গল্প প্ৰবন্ধ আদি লিখি প্ৰকাশ কৰিছিল। তেওঁ দৰিদ্ৰ কৃষকৰ অৱস্থাৰ উন্নতিৰ হকে ধন-শক্তি ব্যয় কৰিছিল। ৰুছ মহাদেশত নৱযুগ প্ৰবৰ্ত্তনৰ গুৰিতে আছিল টলষ্টয়ৰ অমৰ লিখনি।

অসমত গৰীব জনসাধাৰণক উদ্বুদ্ধ কৰা বিষ্ণুৰাভাৰ অমৰ সৃষ্টি, কৃষ্টি শিল্পই সৰ্ব্বহাৰাৰ মনত নৱযুগৰ সাম্যবাদৰ সূচনা কৰিছিল। টলষ্টয়ৰ দৰেই বিষ্ণুৰাভায়ো যীশুখৃষ্ট, বুদ্ধদেৱ, মহাত্মা গান্ধী, আদিৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰানিত হৈছিল। টলষ্টয়ে মহাত্মা গান্ধীৰ লগত চিঠি-পত্ৰৰ আদান-প্ৰদানো কৰিছিল। ১৯৩০ চনৰ ১৬ নবেম্বৰৰ দিনা এটা ৰেল দুৰ্ঘটনাত তেওঁৰ মৃত্যু হয়। ঋষি টলষ্টয়ক ৰুছিয়াৰ 'জাৰ' ঈশ্বৰ আৰু গীৰ্জ্জাৰ বিৰোধিতা কৰা বুলি অভিযুক্ত কৰিছিল।

অসমৰ বিষ্ণুপ্ৰসাদ ৰাভাই ৮ বছৰ বয়সতে পিতৃক হেৰুৱায়। ১৭ বছৰ বয়সতে মাতৃকো হেৰুৱালে। দেউতাৰ গৰৈমাৰী চোলাপাৰত থকা ৫০০ বিঘা পাচমাইলৰ গেষ্টলোং অঞ্চলত থকা ২০০০ বিঘা, মুঠ আঢ়ৈ হাজাৰ বিঘা মাটিত এদিনলৈও জমিদাৰী নচলালে। পৈত্ৰিক সম্পত্তিৰ ভিতৰত আধা ককাই-ভাইৰ মাজত থকা দুবিঘা তিনিকথা যোল্ল লেচা মাটিহে থাকিলগৈ। তাতে তিনিওটা পৰিয়াল বেলেগে বেলেগে থাকে। ৰুছদেশৰ নৱযুগৰ প্ৰবৰ্ত্তক, মহৰ্ষি টলষ্টয়ে সৈন্য বাহিনীত দুবছৰ মানৰ কাৰণে চাকৰি কৰিছিল। বিষ্ণুপ্ৰসাদ ৰাভাই দুই মিনিটৰ বাবেও, চৰকাৰে যাচি দিয়া পুলিচৰ ডেপুটি চুপাৰিণ্টেণ্ডেণ্ট পদো গ্ৰহণ নকৰিলে। টলষ্টয়ে খেতিয়কৰ লগত থাকি, কৃষকৰ দুখ দুৰ্গতিৰ কাহিনী প্ৰকাশ কৰিছিল। বিষ্ণুৰাভাও বহি থকা নাছিল। 'সোনপাহি' উপন্যাসৰ পাতনিতে ৰাভাই লিখিছে, "জনতা অফুৰন্ত কলা শিল্পৰ ভড়াল। সেই জনতা, সেই ৰাইজৰ সান্নিধ্য লাভ তেওঁলোকৰ হিয়াৰ এফাল বুকুৰ জীউ, কলিজাৰ—আমঠু হৈ, তেওঁলোকৰ চেনেহৰ, মৰমৰ হিয়া-সাগৰত বুৰ-মাৰি মই এই শিল্প, সৰস্বতীক লাভ কৰিছোঁ। আজি মোৰ সাৰস্বত আত্মাই সৰস্বতী বোৰ্ তী স্তুতিক বোৱাব খোজো। ই মোৰ নিজৰ গৌৰৱ নহয়। ৰাইজৰ অন্তৰ ফুলনিৰ ফুলে ফুলে উৰি-উৰি পৰি পৰি মৌগুটি ভোমোৰাৰ দৰে ৰস গুহি গুহি মই মোৰ হৃদয়ত মৌ-কোঁহ ৰচনা কৰোঁ। সেই ৰাইজৰেই মৌ মই ৰাইজক বিলাওঁ। সি মোৰ কোনো নিজস্ব নহয়। শিল্পীৰ ই ধৰ্ম। মই সেই

ধৰ্মকে পালন কৰোঁ।...ৰাইজৰ লগত যে মোৰ এই ঘনিষ্ঠ সম্পৰ্ক নিবিড় সম্বন্ধ তেওঁলোকৰ জীৱনৰ কথা যদি মই নেলেখোঁ বা প্ৰকাশ নকৰোঁ, তেন্তে সি মোৰ মহাপাপ হ'ব। সেই কাৰণে কিছু কিছু গল্প, কবিতা, নাটক, উপন্যাস লিখিছিলোঁ।।"

বিষ্ণুপ্ৰসাদ ৰাভাই যি কাম হাতত পায়, তৎমুহূৰ্ত্তে তাকে কৰিছিল। অতীত ভৱিষ্যত ভাবি মূৰ-ঘমোৱা নাছিল। বৰ্তমানক সদায় স্বীকাৰ কৰিছিল। খ্যাত-অখ্যাত সকলো লোককে আপোন ভাবেৰে আকোঁৱালি লৈ সেৱা কৰিছিল। সেই কাৰণেই বিষ্ণু ৰাভা অসমীয়াৰ বুকুৰ বাহ্নি, অসমৰ টলষ্টয় স্বৰূপ।

গ্ৰীচ দেশৰ শ্ৰেষ্ঠ মণিষী চক্ৰেটিছে কৈছিল, "অতীতক বৰ্জন কৰা বৰ বেয়া। গতিকে মই যাক বেয়া বুলি জানো, তাৰ সলনি যিটো ভাল হ'ব পাৰে, তাকে মই গ্ৰহণ কৰিম। স্বাস্থ্য, অৰ্থ আৰু চৰিত্ৰৰ ভিতৰত চৰিত্ৰই সবাতোকৈ ডাঙৰ, কাৰণ চৰিত্ৰই মানুহক দেৱত্ব দান কৰে।" বিষ্ণুপ্ৰসাদ ৰাভাৰো চৰিত্ৰ আছিল দেৱতুল্য। অসমীয়াৰ অতীত গৌৰৱ, বুৰঞ্জী, ঐক্য-সংহতি, শঙ্কৰদেৱৰ উদাৰতা, সাম্যবাদ, স্থাপত্য, ক'লা, কৃষ্টি, গীতবাদ্য, সংস্কৃতি ৰাভাই গ্ৰহণ কৰিছিল।

ৰাভাই ভৱিষ্যতৰ কথা ভাবি মূৰ ঘমোৱা নাছিল। ঘৰত খাবলৈ খুদকনা এটা নেথাকিলেও মুখত শিশু-সুলভ সৰলতা হাঁহিটো থাকেই। জেপত পয়চা থাকিলে, ঘৰত চাউল থাকিলে, নথকা জনক দান দি শান্তি পাইছিল। নিজে নেখায়ো আনক খুৱাই সুখী হৈছিল। ৰাভাৰ প্ৰাণে পৰৰ দুখত কান্দি উঠিছিল। পয়চা-সঁচাৰ বিষয়ে এদিন কৈছিল, "সাঁচিলে কি হ'ব হে? ভগবানে আমাক খাবৰ কাৰণেহে দিছে। যেতিয়াৰ যিটো পয়চা, তেতিয়াই তাৰে খাম, আনকো খুৱাম। নহবৰ দিনা ভাগ্যত যি আছে হ'ব।" তেওঁৰ গুণমুগ্ধ বন্ধুৱে তেওঁৰ ঘৰত চাউল-পাত, গাখীৰ আদি তেওঁ ক'ব নোৱাৰাকৈ থৈও গৈছিলহি. ছোভিয়েত ৰুছিয়াৰ বিপ্লৱী বীৰ ভ্লাদিমিৰ লেনিনেও কৈছিল, "ভৱিষ্যতৰ কোমল স্বপ্নত বিভোৰ হৈ যি যে সন্মুখত আহি পৰা কঠিন কৰ্ত্তব্য অস্বীকাৰ কৰে, সেয়ে সুবিধাবাদী।" ৰাভা সুবিধাবাদী নাছিল আৰু সন্মুখৰ কৰ্ত্তব্যকো আওকাণ কৰা নাছিল।

১৮১৮ চনত জাৰ্মানীত এটা উচ্চ বংশত জন্ম গ্ৰহণ কৰা কাৰ্লমাৰ্কসে পৃথিৱীৰ ইতিহাসৰ সমুদ্ৰ মন্থন কৰি জগতবাসীক বৈপ্লৱিক আৰু বৈজ্ঞানিক প্ৰবাহ দি গৈছিল। তেওঁ 'দাছ কেপিটেল' এখন বিস্ময়পূৰ্ণ মৌলিক গ্ৰন্থ য'ত গভীৰ মানবীয়তাবোধ চিৰন্তন সত্যৰূপে প্ৰতিফলিত হৈছে। শ্ৰেণীহীন, সংঘাতহীন

সমাজ এখন গঠন কৰাই তেওঁৰ উদ্দেশ্য আছিল। কাৰ্লমাৰ্কসৰ মৃত্যুত সমবেদনা জনাই তেওঁৰে ঘনিষ্ঠ সহযোগী আৰু বন্ধু ফ্ৰেডাৰিক এঞ্জেলছে কৈছিল, "মাৰ্কস আছিল প্ৰকৃততে এজন বিপ্লৱী; তেওঁৰ জীৱনৰ প্ৰধান লক্ষ্য আছিল ধনীশ্ৰেণীৰ বিলোপ সাধন আৰু এই শ্ৰেণীৰ দ্বাৰা প্ৰাধান্য লাভ কৰা ৰাষ্ট্ৰীয় শিল্প সমূহ নিশ্চিহ্ন কৰা।" কাৰ্লমাৰ্কস ভাবুক দাৰ্শনিক পণ্ডিত হ'লেও, সমাজতন্ত্ৰবাদ আৰু সমাজ-তান্ত্ৰিক সাহিত্যৰো জন্মদাতা। জগতত নতুন ভাবধাৰা প্ৰচাৰ কৰাৰ অপৰাধত তেওঁ দেশচ্যুত হৈ ১৮৪৯ চনত লণ্ডনলৈ যায়। সেই সময়ত তেওঁৰ বয়স আছিল একত্ৰিশ বছৰ। তেওঁ ইংলণ্ডত শ্ৰমিক বনুৱা সকলক সংগঠন কৰাৰ কামত আত্ম-নিয়োগ কৰিছিল। মাৰ্কস আছিল মৌলিক চিন্তাধাৰাৰ নায়ক। তেওঁৰ মতে, "শ্ৰেণী সংগ্ৰামেই হৈছে সমাজ পৰিবৰ্ত্তন আৰু বিকাশৰ মূল উৎস। স্বাধীনৰ লগত পৰাধীনৰ' উচ্চ-বংশজাতিৰ লগত পিছপৰা অনুন্নত শ্ৰেণীৰ, মালিকৰ লগত শ্ৰমিকৰ, মহাজনৰ লগত খেতিয়কৰ, জমিদাৰৰ লগত প্ৰজাৰ, অৰ্থাৎ শোষকৰ লগত শোষিতৰ যি বিৰোধ, যি সংঘৰ্ষ, তাৰ ফলতেই শ্ৰেণী-সংগ্ৰামৰ সৃষ্টি হৈছে। শোষিত শ্ৰেণীয়ে শোষক শ্ৰেণীৰ বিৰুদ্ধে সংগ্ৰাম চলাবলৈ সংগঠিত আৰু শিক্ষিত হ'ব লাগিব।"

ভ্লাদিমিৰ লেনিনৰ জন্ম হৈছিল ১৮৭০ চনত ছোভিয়েত ৰুচিয়াত। তেওঁ ১৮৯৩ চনৰপৰা সামন্তবাদী শোষক 'জাৰ' সকলৰ বিৰুদ্ধে গোপনে বিপ্লৱী সমাজতন্ত্ৰী 'বলচেভিক' দল গঠন কৰি, কৃষক-বনুৱা সকলক সংগঠন কৰিছিল। ১৯০৫ চনত তেওঁ দেশচ্যুত হ'বলগীয়াও হ'ল। সামন্ত 'জাৰ' চৰকাৰৰ শোষণ-নিষ্পেষণে সীমা চেৰাই যোৱাত, কৃষক-বনুৱা, শ্ৰমিক মজদুৰ সংগঠিত আৰু শিক্ষিত হৈ বলচেভিক দলৰ জৰিয়তে 'জাৰ' সকলৰ কুশাসন ওকৰাই দি শাসন-যন্ত্ৰ অধিকাৰ কৰি সমাজতন্ত্ৰবাদ ১৯১৭ চনৰ অক্টোবৰ মাহত প্ৰতিষ্ঠা কৰিছিল। শোষণ-নিষ্পেষণত জনসাধাৰণ অতীষ্ঠ হ'লেই বিদ্ৰোহৰ সূত্ৰপাত হয়। 'অমানুষিক বাস্তৱতাক প্ৰতিবাদৰ মাজেৰে, মানৱিক সম্পৰ্কৰ প্ৰতি ঘৃণাৰ মাজেৰে চিৰকাল সমাজবাদী চিন্তাধাৰাৰ উদ্ভৱ হৈছে।" ১৭৮৯ চনত ফ্ৰান্সৰ প্ৰজাবিপ্লৱো শোষণ, অত্যাচাৰ আৰু কুশাসনৰ বিৰুদ্ধেই হৈছিল। ফৰাচী বিপ্লৱৰো মূলমন্ত্ৰ আছিল স্বাধীনতা, সাম্য, মৈত্ৰী। আমেৰিকাতো ১৭৭৫ চনৰ পৰাই স্বাধীনতা সংগ্ৰাম চলিছিল। ১৭৭৭ চনত বৃটিছ জেনেৰেল বাৰগেনে (BURGOYNE) উপায়ান্তৰ হৈ আত্মসমৰ্পন কৰিছিল। ১৭৮১ চনত ইয়ৰ্ক নগৰত বৃটিছ সৈন্যই অস্ত্ৰ ত্যাগ কৰি, জনসাধাৰণৰ ওচৰত হাত দাঙি দিছিল। ১৭৮৮ চনত বৃটেইনে আমেৰিকাৰ

স্বাধীনতা ঘোষণা কৰিলে যদিও, আমেৰিকাত বাস কৰা নিগ্ৰো আৰু বনুৱা শ্ৰেণী প্ৰপীড়িত আৰু লুণ্ঠিত হৈয়েই থাকিল। বৰ্ণ-বৈষম্যও দূৰ নহ'ল। ইংলণ্ডতো অষ্টাদশ শতিকাৰ শেষাৰ্দ্ধত শিল্প বিপ্লৱ হৈছিল যদিও, শ্ৰমিক-বনুৱা সকল উপকৃত নহ'ল। পুঁজিবাদী ধনীক শ্ৰেণীৰহে উপকাৰ হ'ল।

অসমত জাত পাতৰ বিচাৰ ভাৰতবৰ্ষৰ বিভিন্ন ৰাজ্যৰ অস্পৃশ্যতাৰ ব্যাপকতা আৰু অনিষ্ট সাধনাৰ তুলনাত দক্ষিণ আফ্ৰিকাৰ বৰ্ণবৈষম্য নীতি এটি নগণ্য অধ্যায়হে।

বিষ্ণুপ্ৰসাদ ৰাভাই অসমীয়া ভাষাৰ উপৰিও আৰু ১৭টা ভাষা জানিছিল। বিশ্ববিখ্যাত ফ্ৰেডাৰিক এঞ্জেল্‌চে ২০টা ভাষা জানিছিল। বিষ্ণু ৰাভাই (১) ইংৰাজী (২) হিন্দী (৩) বঙালী, (৪) বড়ো (৫) মিছিং (৬) ৰাভা (৭) কাৰ্বি, (৮) গাৰো (৯) নগা (১০) খাচী (১১) আবৰ (১২) উৰিয়া (১৩) নেপালী (১৪) মণিপুৰী, (১৫) ভুটিয়া (১৬) উৰ্দ্দু, (১৭) সংস্কৃত ভাষা ক'ব পৰিছিল। শান্তিনিকেতনত ১৬টা ভাষাৰ ১৬টা গীত পৰিবেশন কৰি নিজৰ প্ৰতিভাৰ পাৰদৰ্শিতা দেখুৱাইছিল। শান্তিনিকেতনৰ 'বিশ্বভাৰতী'ত পৰিবেশন কৰা এটা বঙালী গীত হৈছে :

একদা তুমি প্ৰিয়ে আমাৰি এ তৰুমূলে
বলেছ ফুল সাজে সে কথা যে গেছ ভুলে।।
সেথা যে বহে নদী নিৰুবাধ
সে ভোলে নি,
তাৰিযে স্ৰোতে অঁকা বাকা বাকা
ওৰ বেণী
তোমাৰি পদ ৰেখা আছে লেখা
তাৰি কূলে।
আজ কি সবই ফাঁকি
সে কথা কি গেছ ভুলে।।"

## সঙ্গীতজ্ঞ বিষ্ণু ৰাভা

শেক্সপীয়েৰে কৈছিল, "যিজন মানুহক সঙ্গীতজ্ঞ মৃদু-মধুৰ গুঞ্জন ধ্বনিয়ে আনন্দ দিব নোৱাৰে, তেওঁক বিশ্বাসঘাটক বা প্ৰতাৰক অথবা নিষ্ঠুৰ বুলি অভিহিত কৰিব পাৰি। আৰ্য্য জাতিৰ জনক স্বৰূপ, বিখ্যাত ফৰাচী সংস্কৃত পণ্ডিত অধ্যাপক মেক্সমুলাৰেও কৈছিল, "যিজনে ভাষা কি বস্তু আৰু ই কেনেকৈ ৰূপ ল'লে তাক নাজানে, তেওঁ নিজক শিক্ষিত বুলি কোৱা উচিত নহয় বুলি মই ভাবো।"

বিষ্ণুপ্ৰসাদ ৰাভাই সৰুৰেপৰা সঙ্গীত চৰ্চ্চা কৰিছিল। ১৯২৫ চনত তেওঁ ভিনিহিয়েক ডাক্তৰ ধাৰাৰাম মেচৰ ঘৰত বৰগীতো শিকিছিল। তেওঁৰ সঙ্গীত চৰ্চ্চাৰ গুৰু আছিল ওস্তাদ গিৰিজা শঙ্কৰ চক্ৰবৰ্ত্তী। ১৯২৬ চনৰপৰা ১৯২৮ চনলৈকে কলিকতাৰ সুকৰ সাগৰ হিমাংশু দত্ত আৰু অনিল বাগচীৰ লগতো ঘনিষ্ঠতা স্থাপন কৰি সঙ্গীত চৰ্চ্চা কৰিছিল। কলিকতাৰ কাষৰে দমদম সৈনিক বেৰেকত তেওঁৰ কেবাজনো বন্ধু লগ পাই, তাত পতা" বৈশাখ মেলা"ত গীত গাইছিল:

"বেঙে মাতে টৰত্ টৰত্
চাপৰা মাটিৰ তলত,
দুইখা তিৰীৰ ছাৱাই কান্দে
চিৰা কাঁথাৰ তলত।"

তেজপুৰৰ বাণ ৰঙ্গমঞ্চৰ লগত বিষ্ণুৰাভা ওতঃপ্ৰোতভাৱে জড়িত হৈ আছিল। তেজপুৰৰ বিষয়ে লিখা গীতটোৰপৰা অনুমান কৰিব পাৰি, শিল্পীজনাৰ শোনিতপুৰখন কিমান আপোন আছিল:

"তেজ ৰাঙলী শোণিতপুৰী গঢ়িলো তেজেৰে।
হৃদয় ফালি শোণিত ঢালি ৰঙা টোপালেৰে॥
কুমলীয়া দেহাৰ ভেটিত তুলি গড় অগনিৰ।
প্ৰণয় চাকিৰ প্ৰেম শলিতাৰ জ্বালি দীপ-দীপালিৰ।
বান্ধি কাৰেং সজালোঁ মোৰ ৰঙা পোৱালেৰে॥
পুবৰ তোৰণ ভাঙি আনিম ৰূপহী সোণালী ঊষা;
সজাম পৰাম আলোকেৰে জ্বালিম প্ৰণয় শিখা,

চুকত বহি ৰজাৰ মীন দেবী পত্ৰলেখী
কাচোন কাচি নাচোন নাচি চিত্ৰলেখী
হৃদয় বে'ইত ধুৰাম প্ৰিয়াক লোহিত ঢলেৰে ॥"

তেজৰ বোলেৰে ইতিহাস লিখি থৈ যোৱা গীতিকাৰ, সঙ্গীতজ্ঞ বিষ্ণুপ্ৰসাদ ৰাভাই গাইছিল :

তেজৰ বোলেৰে লিখি যাম ইতিহাস
মচি যাম দীন সমাজৰ হীন পৰিহাস
ক'ত শ্বহীদৰ দুঃখৰ জীৱনী লিখা
ক'ত ব্যথিতৰ বেদনাৰ ছবি অকাঁ
পৃথিৱীৰ চিৰ-মুকুতিৰ পথ ৰেখা
ৰচি যাম বহু শোষিতৰ হা-হুতাশ,
ধৰণী কোলাৰ ৰঙা পোৱালেৰে গুঁথি
কলিজা নিঙাৰি তেজৰ টুপিৰে-মথি
গাই যাম চিৰ-সুখৰ সৰগ তুলি
জেউতিৰ নৱ জিলিকনি দিম মেলি।
গাম পীড়িতৰ চিৰ বিজয়ৰ গান
ফিৰাই আনিম দলিতৰ সন্মান,
মৰা জগতৰ হৃদয়ত ঢালি প্ৰাণ,
আনিম ধৰাত চিৰ-শান্তিৰ আভাস।"

ৰাভা আছিল আশাবাদী। সেয়েহে জনতাকো আশা দি আহ্বান জনাই গাইছিল :

"নতুন আলোৰে উজ্জলি উঠিব৷ বিলোৱা জ্যোতি নবীন
পিচ পৰি আৰু নাথাকিবা হে'বা বজোৱা নতুন বীণ
নতুন বাটেৰে যাব যে লাগিব আহাঁ যাওঁ আগুৱাই।"

বিশ্ববাসীক শুনাইছিল :

"প্ৰশস্তি সুফুতি

শুনা-শুনা বিশ্ববাসী প্লিষ্ট ক্লিষ্ট পীড়িত জনগণ,
জাগে আজি জগতৰ জনসাধাৰণ,
কুহেলিকা জাল ফালি ওলাই উজ্জলি দীপ্ত গণদেৱতা।"

বিষ্ণুপ্ৰসাদ ৰাভাই ১৯৪৬ চনত প্ৰকাশ হোৱা ২৫ পৃষ্ঠাৰ 'অসমীয়া কৃষ্টিৰ চমু আভাস' নামৰ পুস্তিকাখনত, অসমীয়া বিহুৰ আঁতি-গুৰি, চিত্ৰ, চিত্ৰাৰ্দ্ধ, আলেখ্য, বয়ন শিল্প, স্থাপত্য কলা, বন্ধন শিল্প, ৰূপসজ্জা, মন্ত্ৰ-সাহিত্য, ভাওনা, ওজাপালি, ছায়াচিত্ৰ আদিৰ বিষয়ে আভাষ দিছিল। সামৰণিত তেওঁ লিখিছিল, "অসমীয়া কৃষ্টি-সংস্কৃতি আৰু সভ্যতা নিৰ্য্যাতীত, নিষ্পেষিত, দুখীয়া—গাৱঁলীয়া কৃষক-বনুৱা অসমীয়াইহে আজিও অৱহেলিতভাৱে জীয়াই ৰাখিব পাৰিছে যিবিলাকেবে আজিও আমি গৌৰৱ অনুভৱ কৰিব পাৰোঁ, অসমীয়া বুলি জগতত চিনাকী দিব পাৰোঁ।। গতিকে অসমীয়া জাতিৰ মৃত্যুবাণ হোজা, দুখীয়া গাঁৱলীয়া অসমীয়াৰ হাততহে। ইয়াৰ কাৰণ আৰু তাৎপৰ্য্য বাখ্যা কৰি আন এঠাইত লিখিছিল, "যিবিলাক ধনী, জমিদাৰ, হাকিম, পুঁজিপতি, চাহ বাগিছাৰ মালিক, তেওঁলোকে এই বাপতি সাহোনীয়া সম্পত্তি অসমৰ কৃষ্টি-সংস্কৃতি, উপহাস আৰু আমোদৰ উপকৰণ বুলি ইতিকিং কৰি নিষ্ঠুৰ আনন্দ লভে। কিন্তু তেওঁলোক জানো অসমীয়া? তেওঁলোক জানো ভাৰতৰ নাগৰিক? তেওঁলোক অসমীয়া নহয়, ভাৰতৰ নাগৰিকো নহয়। পৃথিৱীৰ আন দেশৰ সেই একে শোষক সম্প্ৰদায়ৰ তেওঁলোক, যাৰ জাতি নাই, দেশ নাই, কেৱল সুবিধাবাদী, মুনাফাখোৰ, চোৰাং বজাৰী। তেওঁলোকৰ ৰচনা, তেওঁলোকৰ বক্তৃতা, তেওঁলোকৰ টকা আছে ছপাখানা কিনিছে, ৰজিতা খুৱাই শুনিছে, গাঁথিছে ৰচিছে, লিখিছে, আঁকিছে আৰু ছপাই জগতত প্ৰকাশ কৰিছে, বিলাইছে। আজি যাৰ অন্তৰত জেতুকা পাতৰ দৰে ৰঙা বোল সোমাই আছে, যাৰ হৃদয়ৰ অভ্যন্তৰত ধতুৰাৰ কলীয়া ৰেণু লুকাই আছে যাৰ হিয়াৰ আমঠু সদায় নিষ্পেষিত, নিপীড়িত, নিৰ্য্যাতীত হৈ চিৰকাল পুৰি ছাই হৈ গৈছে, সেই কৃষক বনুৱা অসমীয়া দলৰ গল্প, উপন্যাস, নাটক, ছবি, মূৰ্ত্তি, নাম, গীত, বোলছবি ৰেখা প্ৰকাশ কৰিবৰ অৰ্থ নাই, সামৰ্থ নাই, সমল নাই। তেতিয়াহে প্ৰকৃত শিল্পৰ উৎকৰ্ষ সাধন হ'ব যেতিয়া এই অত্যাচাৰিত দলৰ প্ৰকৃত স্বৰূপ উদ্‌ঘাটিত হ'ব, অৱনত দুৰৱস্থা উন্নীত হ'ব আৰু তেওঁলোক এই আহল বহল পৃথিৱীৰ বুকুত চিৰমুক্ত, চিৰস্বাধীন হৈ উমলি ফুৰিব পাৰিব।"

বিষ্ণুপ্ৰসাদ ৰাভাই সদিয়াৰ পৰা ধুবুৰীলৈকে ঘূৰি ফুৰি গাঁৱে ভুঞে তলসৰা শেৱালি ফুল বোটলাদি সংস্কৃতিৰ সম্পদ বুটলি, তাকে সজাই পৰাই ঐক্য-সংহতিৰ মালা গাঁথিছিল। সেয়ে তেওঁ লিখিছিল :

"তল সৰা শেৱালিৰ
হেঙুলীয়া ঠেকৰে
বন্ধা মোৰ কলিজাৰ আলি,
কুমলীয়া পাপৰি
বগীকৈনো দলিচা
তৰা বছা জীৱন দীপালী ।"

ৰাভাদেৱে কৈছিল, মই অসমীয়া সংস্কৃতিৰ আপুৰুগীয়া সম্পদবোৰ উদ্ধাৰ কৰি লিখিছিলো। সেইবোৰ বহুত লিখাই হৈছিল। কিন্তু দুৰ্ভাগ্যৰ কথা, অসম চৰকাৰৰ পুলিচ বিভাগে মোক গ্ৰেপ্তাৰ কৰিবলৈ খেদি লৈ ফুৰাত অ'ত ত'ত আত্মগোপন কৰোঁতে ক'ৰবাত কেনেবাকৈ কাৰোবাৰ ঘৰত থৈ তেনেই হেৰাল ।"

১৯৫৮ চনত বৰপেটাৰ বৃন্দাবন হাটীত অনুষ্ঠিত হোৱা শ্ৰীশঙ্কৰদেৱৰ সোঁৱৰণী সভাত ভাষণ দিওঁতে আবেগিক কণ্ঠেৰে কৈছিল "বিষ্ণু মেধিৰ চৰকাৰে বিষ্ণু ৰাভাক বিচাৰি ফুৰে। কাৰণ, বিষ্ণু ৰাভাই গাৱেঁ ভূঞে সোণসেৰীয়া সংস্কৃতিৰ সম্পদ বিলাক বুটলি ফুৰে। এয়া সংগ্ৰহ, সংগঠন নহয়। এয়ে বিষ্ণু ৰাভাৰ দোষ ।"

সঙ্গীতজ্ঞ হিচাপে তেওঁ গীত ৰচনা কৰিলে, সুৰ দিলে, গালে, শুনালে। হিয়াৰ ফুলনিত ফুলোৱা ফুলপাহ ছিঙি, হৃদয় জৰীৰে গঁথা মালাধাৰী অৱহেলা কৰি পেলাব নে নেপেলায়, গীতেৰে সুধিছে :

"হিয়াৰ ফুলনিত যি ফুল ফুলালোঁ
সেইফুল তুমি ছিঙিবা নে ?
যি ফুলৰ পাহি যতনে মেলিলোঁ
সেই পাহি তুমি চুমিবানে ?
সাদৰে বুলোৱা হিয়াৰ বোলেৰে
সানিলোঁ যি ফুল প্ৰেমৰ ৰসেৰে
সি ফুলৰ প্ৰিয়ে ! প্ৰণয় সুৰভি
হেপাহেৰে তুমি শুঙিবানে ?
হৃদয় জৰীৰে গঁথা যিটো মালা
উলাহে এদিন ডিঙিত লৈছিলা
সেই মালাধাৰি আজি অযতনে
অৱহেলি তুমি পেলাবানে ?"

ল'ৰা কালৰ কথা সুঁৱৰি ৰাভাই গীত ৰচনা কৰিলে :

"কল্ কল্ কল্ কল্
নিজৰাটি বয়,
শিলৰ হৃদয় ফালি
ভইয়ামল'ই

জুৰ্ জুৰ্ জুৰ্ জুৰ্
ব'ইছে মলয়
সুনীল গগন জুৰি ·
দিগন্তল'ই ॥

টিহঁ টিহঁ টিহঁ টিহঁ
শিঙিয়া পেপাৰ
সুমধুৰ বায়্ তাৰ
ৰহঘৰা সুৰ।

ধিন্ ধিন্ টক্ টক্
টকা ঢোল মাত
বাজে কাঁহ তাল পাত
ৰঙালী বিহুৰ

দূৰ্ দূৰ্ দূৰ্ দূৰ্
সৰু গাওঁখন
দূৰণিৰ পৰা দেখোঁ
বৰ বিতোপন।

হা—হুঁ—হা—হুঁ
নিতে প্ৰতিক্ষণ
ল'ৰা কালৰ কথা
কৰো সমৰণ ॥

টুপ্ টুপ্ টুপ্ টুপ্
চকুলো টোপাল
নয়ন পাহিৰ পৰা
সৰে অবিৰল ॥

হায়, হায়, হায়, হায়,
নিতউ সদায়
পেলাই হমুনিয়া
হৃদয় কোমল ॥”

পখিলাৰ শাৰীবোৰ দেখি গীত ৰচিলে :

পখিলাৰে শাৰী উৰে
অ, সখি দেখিলো দেখিলো দেখিলোৰে
পখিলাৰে শাৰী উৰে ।
চৌভিতি মুকুতা সৰি সৰি পৰি অ’
তাতে কুকিলৰে—বাও
অ’ সখি দেখিলো দেখিলো দেখিলোৰে
ৰেচ্‌মী ক’লা পাখি ঘেৰি
নানাচো ভ্ৰমৰি
অ’ সখি দেখিলো দেখিলো
দেখিলো ৰে ।”

## কাৰনো বীন ওৰে দিন

“কাৰনো বীণ ওৰে দিন
বাজে বাজে গুণ গুণ গুণ গুণ, গুণ গুণ
কাৰনো বীণ ওৰে দিন……
ৰ’ণ ৰৰ’াগীৰ নুপুৰ বাজে ৰুণ্ জুন জুন জুন জন জুন জুন জুন
কাৰনো বীণ · ···
তালে তালে হালে হালে
পাতৰ শাৰী জিলিক মাৰে—
সুৰে সুৰে কুলিয়ে গায় গুণ গুণ গুণ গুণ্ গুণ্ গুণ্ গুণ
কাৰনো বীণ···’

## আজলী ছোৱালী

“আজলী ছোৱালী
নানা ফুল তুলি
আনিলোঁ আঁচল ভৰাই ।

সজাই ফুলেৰে
অতি যতনেৰে
ৰবালোঁ বৰণ শৰাই ॥
ৰঙিলি পখিলী
ৰঙা পাখি মেলি
আদৰি নাচি নাচি যায়।
কলী কুলি জাকে
বিৰিখে বিৰিখে
উলাহত স্থৰিয়ায় ॥
তোমাক আদৰি
আনে ঐ সাদৰি
শত ভকতৰে দল।
শঙ্খ বাজিছে
ৰৰকাঁহ ধ্বনিছে
উঠিছে উৰুলিৰ ৰোল ॥

## অ' আলহী গীত

"অ' আলহী আ অ' আলহী আ
প্ৰভাত বীণৰ সোণালী তাঁৰ
জোকাৰি যা অ' আলহী আ
অ' তই নীল গগণৰ
উজ্জ্বল মেঘৰ
ৰগা ৰথত বহি
ৰশ্মি কণা কিৰণ সণা আলহী অ।
মোহন বাঁহীৰ ঝঙ্কাৰ আৰু মোহন কাঁহীৰ সুৰ
আহি দক্ষিণ মলয় কৰক জুৰ
আজি পাতে পাতে ডালে জালে
ব'ক মোহন সুৰ আলহী আ—।"

বিষ্ণু ৰাভাই দেউতাকৰ ওচৰত সৰুকালতে শাস্ত্ৰীয় সঙ্গীত শিকিছিল। সেই সঙ্গীত জীৱনৰ শেষ মুহূৰ্ত্তলৈকে গাইছিল।

# বিষ্ণু ৰাভাৰ ৰূপান্তৰ

"কেৱল জনসংখ্যাই জাতিক ডাঙৰ নকৰে। জাতি ডাঙৰ হয় জাতীয়তাবাদৰ হকে ডেকাই দিয়া হিয়াৰ ৰাঙলি তেজেৰে॥"

বিষ্ণুপ্ৰসাদ ৰাভাই শ্ৰীমন্ত শঙ্কৰদেৱৰ অন্যতম প্ৰধান ভক্ত হিচাপে এষাৰ কথা উপলব্ধি কৰিছিল যে—:

"দেৱৰো বাঞ্ছনি মনুষ্য তনু।
ইহাক বিফল নকৰা পুনু॥"

ভোগ বিলাসত আসক্ত হৈ জীৱনটো বৃথা কৰাতকৈ, মানৱ সেৱা কৰি সৰ্ব্বহাৰা কৃষক, শ্ৰমিক, মজদুৰ, বনুৱাক একতাবদ্ধ কৰি সংগ্ৰাম কৰাই আছিল ৰাভাৰ উদ্দেশ্য। ৰাভাৰ লক্ষ্য সাম্যবাদ।

প্লিষ্ট-ক্লিষ্ট জনগণৰ মুক্তি আৰু সেৱাৰ হকে ৰাভাই জীৱন উছৰ্গা কৰিছিল। 'প্ৰতিবাদ' প্ৰথম বছৰ, চতুৰ্থ সংখ্যাত হেমাঙ্গ বিশ্বাসৰ 'ৰাভাৰ ৰূপান্তৰ' নামৰ ১৫ পৃষ্ঠাত প্ৰকাশ হোৱা প্ৰৱন্ধটোত লিখিছে, "এই গণ শিল্পীৰ ( বিষ্ণুপ্ৰসাদৰ ) সাৰ্থক আৰু অনিবাৰ্য্য পৰিণতি আছিল মাৰ্ক্সবাদ-লেলিনবাদত দীক্ষা গ্ৰহণ। ...ৰাভাৰ মাৰ্ক্সবাদ গ্ৰহণ অসমৰ সাম্যবাদী আন্দোলনৰ ক্ষেত্ৰত এক বিৰাট পদচিহ্ন। বিমূৰ্ত্ত মানৱতাবাদ আৰু গণচেতনাৰপৰা ৰাভা উত্তীৰ্ণ হ'ল আন্তৰ্জাতিক শ্ৰমিক শ্ৰেণীৰ পূৰ্ণ মানৱতাবাদলৈ।......ৰাভাই বুজিছিল, যিমান দিন মানুহ শোষক-শোষিতত বিভক্ত হৈ থাকিব সিমান দিন 'সৰ্বহাৰাৰ কল্যাণ' বুলি একো কথা থাকিব নোৱাৰে। মাৰ্কসবাদৰপৰা তেওঁ শিকিলে শ্ৰেণী বিভক্ত সমাজত শ্ৰেণী সংগ্ৰামেই হ'ব ইতিহাসৰ ৰথ। সেই সমাজত শ্ৰেণী সমন্বয় সম্ভৱ নহয়। শোষকৰ ধ্বংস অবিহনে শোষিতৰ মুক্তি অসম্ভৱ। শোষকক ঘৃণা নকৰাকৈ শোষিতক ভাল পাব নোৱাৰি।......গণবিপ্লৱৰ জীৱন দৰ্শন বাদ দি যে আজি কোনো শিল্পীয়েই মহান শিল্পী হ'ব নোৱাৰে, এই কথা ৰাভাই বিশ্বাস কৰিছিল। আজি অসমৰ শিল্পী সাহিত্যিকৰ বিৰাট অংশয়েই চৰকাৰৰ অনুগ্ৰহ প্ৰাৰ্থী—যি চৰকাৰে জনসাধাৰণৰ জীৱনলৈ আনিছে সৰ্বতোমুখী সৰ্বনাশ।...... ৰাভাৰ বলীষ্ঠ জীৱনবেদ ইয়াৰ বিপৰীতে এক বিস্ময়কৰ চেলেঞ্জ।......যদি ৰাভা কণমানো চৰকাৰী অনুগ্ৰহ প্ৰাৰ্থী হ'লহেঁতেন, তেওঁৰ কোনো প্ৰকাৰ অভাৱেই

নাথাকিলেহেঁতেন।……বিষ্ণু ৰাভাই বাচি ল'লে দৰিদ্ৰৰ পথ। অসমৰ লক্ষ লক্ষ দৰিদ্ৰ জনতাৰ পথ ইয়াতকৈ ভিন্ন হ'ব নোৱাৰে।" উক্ত আলোচনীৰে ২৯ পৃষ্ঠাত শ্ৰীনলিনীধৰ ভট্টাচাৰ্য্যই লিখিছে, 'সব্যসাচী বিষ্ণুৰাভা' শীৰ্ষক প্ৰবন্ধত—"দিল্লী ইনষ্টিটিউত্ অব ইকনমিক্চ্ৰ অধ্যাপক পি. চি. যোশীয়ে কৈছে, সেউজ বিপ্লৱে গাঁৱৰ ভাওৰ সৰু মজলীয়া খেতিয়কক নগৰীয়া ধনীৰ শাৰীলৈ তুলিলে দুখীয়াক দৰিদ্ৰতাৰ নৰকলৈ ঠেলি দিলে। তেলীৰ মূৰত তেল দিয়া আৰু ভিকহুৰ যি আছে তাকো কাঢ়ি নিয়া এই নীতি আমাৰ সমাজ ব্যৱস্থাত চলি আছে। গাঁৱত দহজনৰ ভিতৰত সাতজনেই দৰিদ্ৰতাৰ সীমাৰেখাৰ তলত বাস কৰে।……জনমুখী দৃষ্টিভঙ্গীৰ বাবেই বিষ্ণু ৰাভা অসমৰ মানুহৰ প্ৰিয়।" বিষ্ণু ৰাভা প্ৰকৃততে অসমীয়া জন সমাজ আৰু অসমীয়া কৃষ্টি সংস্কৃতিৰ ভঁড়াল।

গণজাগৰণত সৰ্ব সাধাৰণক শিক্ষা দিব পাৰি। জনসাধাৰণ শিক্ষিত নহ'লে নিৰ্বাচনী সভাত বিভিন্ন দলৰ বিভিন্ন প্ৰাৰ্থীৰ শ্ৰুতিমধুৰ বক্তৃতা শুনি শুনি বেচেৰা নিৰীহ ভোটাৰ সকল পেপুৱা লাগে। কোনোবাই চন্দ্ৰটো ধৰি আনি দিয়াৰো প্ৰতিশ্ৰুতি দিয়ে। কিন্তু ভোটত জিকি গলেই ক্ষমতা দখল কৰি সকলো পাহৰে গতিকে বিষ্ণু ৰাভাই বাছি ল'লে বিপ্লৱৰ পথ-গণজাগৰণৰ পথ। গতিকে জন-সাধাৰণত একতাবদ্ধ কৰাই আছিল ৰাভাৰ পণ। 'সোণপাহি' উপন্যাসৰ পাতনিতে তেওঁ লিখিছে, "গণপতি গণেশ! মানৱ সমাজত গণপতি আন একোৱেই নহয় স্বয়ং জনগণ, আৰু সেই জনগণেই গণপতি। গতিকে গণেশ কাৰণ স্বয়ং জনগণেই ঈশ বা ঈশ্বৰ গণেশ গণেশ্বৰ। তেওঁৰ অথবা একতাবদ্ধ জনতাৰ সিদ্ধি সৰ্বত্ৰ। সেই কাৰণে তেওঁ সিদ্ধিদাতা সিদ্ধেশ্বৰ। এই সিদ্ধিদাতা এগুটিয়া ৰাইজেই সমাজৰ মহাৰ্ঘ, প্ৰগতিৰ অব্যৰ্থ বাহন। এই গণেশ যেই সেই গণেশ নহয়, এদঁতীয়া গণেশ, একতাৰ ডোলেৰে গুথা এগুটিয়া গণেশ, গণদেৱতা। এগুটিয়া ৰাইজৰ শক্তি অলৌকিক। ৰুচিয়া চীনৰ ঐতিহাসিক বিপ্লৱেই ইয়াৰ সাক্ষী। অমানুষিক প্ৰতিক্ৰিয়াশীল নিষ্পেষণতো ইয়াৰ মৰণ নাই।"

ৰাভাই পুনৰ কৈছিল, "আমি বান্ধিব লাগিব মুকুতিৰ দেউল আৰু সেই মুকুতিৰ দেউলৰ বৰ চোতালত ৰংঘৰ, কাৰেংঘৰ সাজিব নিপীড়িত জনতাই, অৰ্দ্ধাহাৰী-অনাহাৰী, ক্লিষ্ট-ক্লিষ্ট ৰাইজে।

বিষ্ণুপ্ৰসাদ ৰাভাই কৈছিল, "গণেশৰ দাঁত এটা। তাৰ তাৎপৰ্য্য এয়ে যে জনগণ গণেশৰ দাঁতটোৰ দৰেই একতাবদ্ধ হৈ এক হোৱা উচিত। সেই দাঁতটো জনগণৰ একতা শক্তিৰ প্ৰতীক। একতা হৈছে প্ৰগতিৰ অব্যৰ্থ বাহন। ৰাইজেই গণেশ, গণপতি বা গণদেৱতা।"

## বিষ্ণু ৰাভা ! সংগ্ৰামৰে আন এটা নাম

বিষ্ণুপ্ৰসাদ ৰাভাই মৌলিক চিন্তাধাৰাৰে, সহজ সৰল ভাষাত কৈছিল :

"জনমৰ লগে লগে কেচুৱাই কান্দে তিনিটা কাৰণত :

প্ৰথম :—মাকৰ গৰভ গৰম, জনমি টান মাটিত পৰি—অসুখ পাই জিৰণিৰ কাৰণে কেঁচুৱাই কান্দে। মাকে তাক চেনেহেৰে কোলাত তুলি আশ্ৰয়ৰ থল দান কৰে। ই এক :—থকা ।

দ্বিতীয় :—মাকৰ গৰভ গৰম, বাজলৈ আহি কেঁচুৱাটিৰ বতাহ লাগি জাৰ লাগে, তেতিয়া সি আগুৰাণৰ কাৰণে কান্দে। মাকে তেতিয়া তাক দুখন হাতেৰে আকোঁৱালি লয়। ই দুই :—পিন্ধা।

তৃতীয় :—মাকৰ গৰভৰপৰা ওলাওঁতে কেঁচুৱাটিৰ বৰ কষ্ট হয়। ভাগৰ লাগে। ভোক পিয়াহত চট্‌ফটাই সি কান্দে। মাকে তেতিয়া পিয়াহৰ গাখীৰ কেঁচুৱাটিৰ মুখত গুজি দিয়ে। কান্দোন থামে। ই তিনি :—খোৱা।

থকা, খোৱা, পিন্ধাৰ কাৰণে ইননি-বিননিয়েই জীৱনৰ প্ৰেৰণা যাৰ পৰা আজিৰ ৰাজনীতি, অৰ্থনীতিৰ জন্ম। এই প্ৰেৰণাই জীৱিকা প্ৰয়াসৰ অনুভূতি জগায়। প্ৰকৃতিৰ দাসত্বৰপৰা মুক্তিয়েই হৈছে মানুহৰ সৃষ্টিৰ মূল প্ৰেৰণা। সেয়েহে পশুত্বৰপৰা মানৱৰ জনম এই মুকুতিৰ গৰভত। মানুহৰ এই মুকুতি সাধনাই হৈছে মানুহৰ জীৱিকা প্ৰয়াস আৰু মানৱৰ এই জীৱিকা প্ৰয়াসেই হৈছে কৃষ্টি-সংস্কৃতি, কাল্‌চাৰৰ মূলতত্ব।"

অন্ন-বস্ত্ৰ-সংস্থান—এই তিনিটাই হৈছে মানৱ জাতিৰ মৌলিক প্ৰয়োজনীয় বস্তু। এই তিনিটাৰ বাবেই সংসাৰত মানুহৰ অবিৰাম কৰ্মব্যস্ততা, সংঘাত, ঘাত-প্ৰতিঘাত, আৱিষ্কাৰৰ মূল ভেটি, আৰু ধৰ্মভাৱৰ জন্মৰ আদি কাৰণ।

ৰাভাই এই বিশাকৰ গুঢ় মৰ্ম্ম হৃদয়ংগম কৰি, জনসাধাৰণৰ মাজত সোমাই পৰিছিল জনতাক বুজাবলৈ, জনজাগৰণ আনিবলৈ। তাকে কৰোঁতে, ডলাৰ বগৰিৰ দৰে ঘূৰি ফুৰোঁতে, গাঁৱে ভূঞে, চুকে-কোনে পৰি থকা অমূল্য সংস্কৃতিৰ সম্পদবোৰো বুটলি ফুৰিছিল। কাৰণ শ্ৰীমন্ত শঙ্কৰদেৱৰ সাম্যবাদ আৰু শ্ৰদ্ধা, প্ৰেম ভক্তি, সম্মানৰ একশৰণ ধৰ্ম আৰু তেওঁৰ গীত-নাট্য-বাদ্য-কৃষ্টি-সংস্কৃতি নাম-বৰগীত—অভিনয়—স্থাপত্য—বিশ্বমাতৃত্ব—স্বাৱলম্বিতা আদিৰ আহিৰ জৰিয়তে, মাৰ্ক্স—

লেনিনৰ সাম্যবাদ জনতাৰ মাজত প্ৰচাৰ কৰি, জনগণক একতাবদ্ধ কৰি, সঞ্জীৱনী শক্তি প্ৰদান কৰাৰ চেষ্টা কৰিছিল। সেইখিনি কৰিছিল ধনী জমিদাৰ মহাজনৰ শোষণ নিপেষণৰ বিৰুদ্ধে জনতা গণেশৰ দাঁতটোৰ দৰেই একগোট হৈ যুঁজি জনতাক মুক্তিপথৰ সন্ধান দিবলৈ।

বিষ্ণু ৰাভাই মহাভাৰতৰ কৌৰৱৰ চৰিত্ৰৰ নিজস্ব অৰ্থ প্ৰকাশ কৰি কৈছিল, "দুষ্ট প্ৰকৃতিৰ পুতেক দুজন, দুৰ্য্যোধন আৰু দুঃশাসন, দুয়ো মিলি ৰাইজৰ ওপৰত কিমান যে পাশৱিক দমন, পীড়ন-উৎপীড়ন, অত্যাচাৰ কৰি ফুৰে, ধৃতৰাষ্ট্ৰই জানো দেখে? নেদেখে সেয়েহে সি অন্ধ।..... ৰাইজৰ করুণ—আলৈ-আথানি হোৱা, বুকুভগা, হিয়া ছিগা দৃশ্য সি নেদেখে। সেই দলন, পীড়ন, উৎপীড়ণৰ ফলত জৰ্জ্জৰিত হোৱা ক্লিষ্ট, প্লিষ্ট, দলিত, দুখীয়া ৰাইজৰ ইননি-বিননি, হা-হুমুনিয়াহ, সি জানো শুনে? নুশুনে। কাৰণ সি কলাও। ধৃতৰাষ্ট্ৰৰ এই (অন্ধতা আৰু বধিৰতাৰ) সুযোগ লৈ সেই দুৰ্য্যোধন, সেই পুঁজিপতি কুবেৰহঁত, যিবিলাকে নিজৰ পুঁজিৰ মুনাফাৰ কাৰণে কু-ভাৱেৰে শ্ৰমজীৱি ৰাইজৰ মাজত যুজ-বাগৰ লগায়। সেই দুঃশাসন, সেই ধনপতি ধনীৰ দালালহঁত—যিবিলাকে ধণীক শ্ৰেণীৰ স্বাৰ্থ পূৰণৰ বাবে অবাধে শোষণ চলাবলৈ প্ৰয়াস কৰে; ইয়াৰ জানো কোনো প্ৰতিকাৰ নহ'ব? ৰাইজৰ পৰা পাঁচ পাণ্ডৱ ওলাই তেনে দুৰ্য্যোধনৰ জানো উৰু নাভাঙিব, দুঃশাসনৰ বুকু ফালি ৰক্তপান নকৰিব?" (সোণপাহিৰ পাতনি)।

দৰিদ্ৰ সৰ্বহাৰাৰ মুকুতি বিচাৰি কৈছিল, "কত মুকুতি? ক'ত মুকুতি? মুকুতিৰ বাট ক'ত??? মুকুতিৰ বাট ক'ত????......চিঞৰি চিঞৰি ৰাইজে হাবাথুৰি খাই মুকুতিৰ বাট বিচাৰি বিচাৰি সেই এন্ধাৰত খেপিয়াই ফুৰে। বাট নাপায়। সেই চিঞৰ মুখৰ নহয়, অন্তৰৰ। শুনোতাই বুজে, বুজোতাই শুনে। ......মুকুতিৰ হেঁপাহত কোনোবাই বেলেগ ধৰ্ম লয়, কোনোবাই ভিন্ ৰাজনৈতিক দলত সোমায়, কোনোবাই সেই হাবিলাসত উধাই-মুধাই ঘূৰে, ঠেলা-হেঁচাত উশাহ নাপাই মৰে; কতই আপোনঘাতী, স্বজনবধী হয়; মুক্তি আৰু নাপায়। সেই একেই অসুখ, একেই অশান্তি; একেই অকল্যাণ। জীৱন বিষত বিষময় হৈ উঠে।.........এটা চাকি।... · তাৰ পোহৰেই দেখুৱাই দিয়ে বাট। খেপিয়াই ফুৰিব নালাগে। আঁউসীৰ ঘোপমৰা এন্ধাৰ গুচি যায়।......আদৰ্শৰ চাকি। কমিউনিজমৰ পোহৰ, ৰাইজৰ অন্তৰৰ অজ্ঞানতাৰ তিমিৰ অন্ধকাৰ আঁতৰাই দিয়ে। পোহৰত মুকুতিৰ বাট মুকলি হয়; বিপ্লৱৰ বাট। আমি জলাওঁ সেই আৰি কাঠিৰ জুই—জুমুধি। সেই বাট, সেই পটি, সেই পথেদি আগুৱাই যাবলৈ মন যায়

জনতাৰ। ......সেই পথ কণ্টকময়। সেই বাট কাইটীয়া। ঘাত-প্ৰতিঘাত আছেই। চেতনা লাগে, প্ৰেৰণা জাগে। বৈপ্লৱিক পথেদি যাবলৈ সংঘাতৰ, শ্ৰেণী-সংঘাতৰ প্ৰস্তুতিৰ প্ৰয়োজন হয়। তেনে প্ৰস্তুতিৰ বাধা-বিঘিনি ওপজে।"

"মামীৰ হাৰ" গল্পত লিখিছে,—"এভৰা আহল-বহল উলুৱনি। উভালি আগুৱাই গ'লে পাছে পাছে আকৌ গজালি মেলে। মুকলি নহয়। কাঁচিৰে-কাটি বেপি গ'লেও শেষ নহয়, তুনাই গজালি মেলি উলুৱনি ভৰপুৰ হৈয়েই থাকে। চাফ্-চিকুনৰ দিহানো কি? এটি ফিৰিঙতি, কেৱল এটি অগ্নিস্ফুলিঙ্গ। শুকান খৰালি বতৰ। ফাগুন চ'ত মাহ—এটি ফিৰিঙতিৰ দাবানল সৃষ্টি কৰে। ফাগুন চ'ত মাহৰ বতাহে হাত উজান দিয়ে। উলুৱনি চাফ্-চিকুন হৈ পৰে। তাত খেতি কৰা হালবোৱা যি মন যায় কৰা। সেয়া শুৱনিবাৰী নাইবা ধুনীয়া পথাৰ হৈ পৰে; জীৱিকাৰ উপাদান।"

'মামীৰ হাৰ' গল্পতে ৰাভাই লিখিছে, "থকা, খোৱা, পিন্ধা এই তিনিটিৰ কাৰণেই মানুহ মানুহ। এই তিনিটাৰ বাবেই মূলত মানুহৰ হাত, শ্ৰম আৰু মগজুৰ জনম্। সেই কাৰণেই মানুহে নিজৰ ওপৰত নিৰ্ভৰ কৰে। ......কেৱল প্ৰকৃতিৰ ওপৰত কপাল ধিয়াই বহি নাথাকে। অকলে নোৱাৰিলে সমাজক বিচাৰে।"......ধুৰন্ধৰ দগাবাজ ক্ষমতা (লাভ) গোষ্ঠীয়ে ভালদৰেই জানে ধৰ্মীয় গোড়ামি আৰু প্ৰতিক্ৰিয়াৰ দ্বাৰা এটা জাতিক কিদৰে অন্ধ আৰু মূৰ্খ কৰি ৰাখিব পৰা যায়।...... এনে ধুৰন্ধৰ ব্যক্তি কেৱল মাত্ৰ এটি গোষ্ঠীৰ নাথাকে। ই কোনো এটি বিশেষ সম্প্ৰদায়ৰো বৈশিষ্ট নহয়। বৃটিছে এই দুৰ্বলতাৰ কথা যিদৰে অতি সুন্দৰভাৱে বুজিছিল, আৰু তাৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰিছিল, ঠিক সেইদৰেই স্বাধীনতাৰ পাছত দেশখন ভাগ কৰি খাবলৈ ওলোৱা এচাম মানুহে এই সাম্প্ৰদায়িকতাৰ বীজ সাধাৰণ জন সমাজৰ মনত ৰোপন কৰি দিলে।.... ধুৰন্ধৰ ক্ষমতালোভী চয়তানবোৰৰ উচটনিত সৰল হোজা মুছলমান খেতিয়ক বন্ধুবোৰ দলো হৈ উঠে উন্মত্ত। হাতে হাতে তুলি লয় চাৰ্ব্, বলম-খুঞ্জৰ। এইদৰেই কি আজিৰ কুৰি শতিকাৰ মানুহে চিৰ জীৱন ভাতৃঘাতী যুদ্ধত লিপ্ত হৈ ৰ'ব? মানুহৰ জ্ঞান, মানুহৰ বিবেক মানুহৰ যুক্তিবোৰৰ কি কোনোদিনেই উন্মেষ নঘটিব?.... "স্বাৰ্থসিদ্ধিৰ পিছত ধুৰন্ধৰ নেতাসৱে টুপাই বুৰ মাৰে। তেজৰ চেকুৰা লগা পৰিধেয় বস্ত্ৰ গঙ্গাজলত ধুই এই বিড়াল তপস্বীবোৰে নৰহত্যাৰ পাচত শুনায় শান্তিৰ ললিত বাণী।..... ৰাইজ, আজি স্বাধীনতাৰ পিছতো আমাক একে-ধোৰ বস্তু—বাহানিৰ অগনি মূল্য, খাজনা বৃদ্ধি ইত্যাদি বাবেকুৰি সমস্যাত পৰি

তৃথীয়া শ্ৰেণীৰ তুখ কুলাই পাচিয়ে নধৰা হৈছে।……নিজৰ ভাই-ভনীৰ কলিজাৰ তেজৰ বিনিময়ত……গঢ়ি উঠিছে ধুৰন্ধৰ সুদখোৰ পুঁজিপতিৰ আকাশচুম্বী অট্টালিকা আৰু সিহঁতৰ মেদবহুল পেট।”

……সোণপাহিৰ পাতনিতে ৰাভাই আৰু লিখিছিল, “উনৈশ্‌শ সাতচল্লিশ চন, ছিঙা শিকলিৰ ঝন্‌ঝননি, পোতাশালৰ বেৰ-দুৱাৰ ভাঙি, ভাগি, ভঁহি, চলি, হালি, বাগৰি পৰাৰপৰা দপ-দপনি জীন্ পৰি যায়।

ন-মুকুতিৰ ৰং উলাহৰ ৰজন্ জনা, থদম্-দম', উথল-মাথল, দোল্-দোপনি, হিল্লোলনি হেলেপ্ লেপায়।

আই ভাৰতীয় চুলিটাৰীত নতুন বেলিৰ জিলিক পৰে। অসমী আইৰ্ শুকান মুখত ন-ৰ'দালিৰ ৰহন চৰে।

সেই মুকুতিৰ ৰঙালি বছৰ।···· সেই বছৰৰ বিয়লিছোৱা। সিদিনা পুৱা। কলিকতা মহানগৰীত ‘ট্ৰেড্-শ্ব'ৰ (Trade show), বৰ-নগৰৰ পৰ্‌বাসী অসমীয়া ৰাইজৰ হিয়া জুৰি ৰং উলাহৰ খলকনি :—“হাৰীচন ৰোডৰ ‘চিনেমা হলত’ উথল-মাথল, হেন্দোলনি।

ৰমক্-জমক ৰঙচঙীয়া মীনাকৰা পাতনি, চমক লাগে। পৰে আশা ভৰা সামৰণি। মনত খু-দুৱনি জাগে।

চাই চাই চাওঁতাৰ মুখে মুখে লেখি লেখি লিখোঁতাৰ কাপে কাপে, গুনিগুঁথি গুঁথোতাৰ লিখনিয়ে লিখনিয়ে জল্ জল্ পট্ পট্‌কৈ নিগৰি নিগৰি ওলাল “চিৰাজ হেনো যুগান্তকাৰী অসমীয়া ‘ফিল্ম’।” জাউৰিয়ে—জাউৰিয়ে শলাগনি।

খু-দুৱনি গুচে। শুনি মনত ৰং ওপজে।·······

দিন যায়। ‘চিৰাজ ফিল্ম’ৰ লগা-ভগা এলেকৰ পেলেক সকলোৱে অসমমুৱা হয়।

অকল মই, লগত পৰিবেশক।

খুঁটি-নাটি যিখিনি খুঁত, তাৰে কিছু নিখুঁত কৰি সম্পাদনাৰ কাম সমাধা কৰা হয়।

উনৈশ শ আঠচল্লিচ্ চন।··· ··ভোগালি বিহুৰ উৰুকালৈ দিনচেৰেক বাকী।

খুঁতে-নিখুঁতে ‘চিৰাজ ফিল্ম’ অসমলৈ যতনেৰে লৈ অনা হয়।

অসমৰ উজনিত আৰু নামনিত একেৰাহে—ন ভেশচন্ লৈ চিৰাজ্ ওলায়। ন-ৰেহৰূপ, শলাগৰ ওলগ, ডকা-চাক্‌নৈয়া বুকুতলৈ ফেনে-ফোটোকাৰে বয়।

অসমীয়াৰ বুকু ওফন্দি উঠে। বিদেশীয়ো বিকটা মুখ-দাঁত নিকটাই শলাগনিৰে ফুচ্‌ফুচায়।”......

ধুবুৰী জেলত থাকোঁতে ‘হিয়াৰ পুং’ নামৰ গল্প এটা লিখিলে। তাত তেওঁ এজন সাধাৰণ হোজা নিৰক্ষৰ মানুহৰ মুখেৰে কোৱাইছে,—“আজি মানুহে কান্দিব নোৱাৰে। থকা, খোৱা, পিন্ধাৰ কাৰণে কান্দিলে চৰকাৰৰ পুলিচ মিলিটাৰীহঁত আহি কন্দা মানুহ জনক ধৰি নিয়ে, কোবায়, ফাটেকত ভৰায়। আজি মানুহে কান্দিব নোৱাৰে। কিয় এনেকুৱা হয়? আইন, আইনৰ কাৰণে। এনে আইনৰপৰাই ধনতন্ত্ৰবাদী সমাজ ব্যৱস্থা চলি আছে। এই আইনেই হৈছে ধনিক শ্ৰেণীৰ ছলনাৰ কৌশল। এনেকৈয়ে ধনতন্ত্ৰবাদে আইনৰ কায়দা কৌশলৰ দাৰে কাটি-কুটি ৰাইজৰ দেহা ভোখৰা-ভুখৰি কৰে; আমাৰ অৱস্থা বেয়া হ’লে আমি এবাৰ কপালক, এবাৰ ঈশ্বৰক দোষ দিওঁ। দৰাচলতে কপালৰো দোষ নহয়, দেৱতাৰো দোষ নহয়; আচলতে ধনতন্ত্ৰবাদী সমাজ ব্যৱস্থাৰহে দোষ। বিধাতাই মানুহকহে-স্ৰজিছে—ধনী দুখীয়া স্ৰজন কৰা নাই। ধনী হিচাপে কাৰোবাক স্ৰজন কৰা হৈঁতেন ধনীৰ ল’ৰা মাকৰ গৰ্ভৰপৰা জোতা-চোলা পিন্ধি বাজ হৈ ওলালহেঁতেন, সৰ্ব-সাধাৰণ দুখীয়া ল’ৰাৰ দৰে ধনীৰ ঘৰৰ কেচুৱাও নওঠা হৈ ওপজে। ধনতন্ত্ৰবাদী সমাজ-ব্যৱস্থাই গুপুতে-গোপনে ধনীৰ-ল’ৰাক ভালকৈ খুৱাই-বুৱাই, পিন্ধাই ৰাখে।”

”ৰাইজ! হুতচিৰি হোৱা দুৰ্কপলীয়া হালোৱা হজুৱা মনুৱা ভাই সকল! যেতিয়ালৈকে ধনীৰ আইনৰ পেৰা-যন্ত্ৰটো আপোনালোকে ভাঙি নেপেলায়, তেতিয়ালৈকে সুখ-শান্তি আৰু মুক্তি নহয়। সেই পেৰা-যন্ত্ৰটো নাশ কৰিবৰ কাৰণে বিপ্লৱ লাগে। সেই বিপ্লৱে ধনতন্ত্ৰবাদ ধ্বংস কৰিব, আইনৰ পেৰা-যন্ত্ৰটো নষ্ট কৰি পেলাব সমাজতন্ত্ৰবাদ থাপিব। ৰাইজেই ৰজা, জাতিয়েই গঙ্গাৰ সোঁত বোৱাব। সেই নৈৰ কাষত কৃষক-বনুৱা পঞ্চায়তৰাজৰ সৰগ পাতিব। সেয়ে হৈছে সমাজতান্ত্ৰিক বিপ্লৱ।”

“যেতিয়া ধনৰ চিন্তা শেষ হ’ব, তেতিয়া তেজপিয়া শোষকহঁতৰ শোষণ-পিয়ন নোহোৱা হ’ব; তেতিয়া মানুহে সোণতকৈও এটি উৎকৃষ্ট বস্তু বিচাৰিব। সেয়ে হৈছে জ্ঞান। আজি সেই জ্ঞানৰ শকতিৰে ভাবি গুণি পোৱা সত্য হিয়াত লৈ যি সকলে ৰ’দক ৰ’দ নুবুলি, বৰষুণক বৰষুণ নুবুলি, দিনে—ৰাতিয়ে গাঁৱে গাঁৱে ঘূৰি সত্যৰ বাণী প্ৰচাৰ কৰি ফুৰিছে; আজি সেই শোষক, ধনীক

শ্ৰেণীয়ে, আৰু সিঁহতৰ দালালহঁতে কয়—তেওঁলোক চোৰ, ডকাইত, নাস্তিক, ধ্বংসবাদী, সন্ত্ৰাসবাদী। কিন্তু সিঁহতে অসত্যৰে সেই সত্যক ঢাকিব নোৱাৰে, আঁতৰাব নোৱাৰে, নোহোৱা কৰিব নোৱাৰে। আই বসুমতীৰ বুকুৰপৰা পৃথিৱীৰ ওপৰেদি সত্যই খোজ লৈছে খোপে খোপে, গুপুতে গুপুতে, গোপনে, সন্তৰ্পণে। মানুহৰ হিয়াত বিচাৰিছে থল। ইয়াৰ এই সত্যৰ গতি ধীৰ, স্থিৰ, আৰু গোপন। এই সত্য যে সৰ্বহাৰাৰ ; আপোনালোকৰ দৰে দুৰ্কপলীয়া হালোৱা হজুৱা-বনুৱা শ্ৰেণীৰ লগ অন্তৰৰ লগৰীয়া। সেই দিন আহিছে তেজে ৰঙা তেজাল দিন আহিছে, সোনকালে আহিব ধৰিছে—সেইদিনা হ'ব আজিৰ হিচাপ-নিকাচ, শোধ-পৰিশোধ।"

কৃষক-বনুৱা আৰু মধ্যবিত্তৰ অৰ্থনৈতিক মুক্তিৰ বাবে ৰাভাই যুঁজ কৰিছিল। কাৰণ তেওঁলোকে হৈছে দেশৰ চিৰন্তন শক্তিৰ উৎস।

দ্বিতীয় মহা সমৰৰ লেলিহান বিভীষিকা দেখি ৰাভাই চাৰিওফালে তাৰ কৰালময় মূৰ্ত্তি দেখি গীত ৰচনা কৰি গালে, শুনালে :

. ......ৰণ.........

মহাৰণ.........
দিশে দিশে......
দেশে দেশে
জ্বলিল অগনি, মহাৰণ দাবানল ;
সুখৰ ছাই হ'ল !
হ'ল ধৰা ছাৰখাৰ !
চুচুৰ্মৈ চুৰমাৰ !
উঠিল পৃথিৱী জুৰি ৰোল, হাঁহাকাৰ
বুকু ভগা হিয়া-ছিগা 'হায়' হাঁহাকাৰ।
এই ৰণ অতি ভয়ঙ্কৰ,
ভীষণ কৰালময় দ্বিতীয় সমৰ ॥

## জনগণৰ সংগঠক বিষ্ণু ৰাভা

সৰ্বহাৰাৰ আমঠু ক'লা পৰি' যোৱা দুৰৱস্থাৰ বাবে ধনী মহাজন শোষক শ্ৰেণীয়েইহে দায়ী, সেই সত্য ৰাভাই অন্তৰেৰে বুজি পাইছিল। তেওঁ মাওঁ চে-টুঙে কোৱা কথা এষাৰ সততে কৈছিল।" শ্ৰমিক /কৃষকৰ হাত বোকা মাটিৰে অপৰিষ্কাৰ হ'লেও, ভৰি ধূলি বালিৰে মলিয়ন হ'লেও, তেওঁলোকেইহে সবাতোকৈ পৰিচ্ছন্ন মানুহ।" কৃষক বন্ধুৰা জনতাৰ মাজত প্ৰত্যয়ৰ ভাব জগাই তোলাই আছিল তেওঁৰ প্ৰথম কাম। পূৰ্বাঞ্চলৰ সৰ্বহাৰা জনতাৰ অৰ্থনৈতিক মুক্তি আছিল ৰাভাৰ জীৱনৰ ব্ৰত।

বিষ্ণু ৰাভাই ১৯৪৫ চনৰপৰা গাঁৱে ভূঞে ঘূৰি-ফুৰি বক্তৃতা দি, তাৰ মাজতে কৈছিল, "খাবৰ বাবে, পিন্ধিবৰ বাবে, মূৰ গুজিবৰ বাবে মানুহে সুন্দৰভাৱে যিহকে কৰে, সেয়ে কৃষ্টি।......কলা-কৃষ্টিৰ জগত শিল্পীৰ জগত সেয়াও সংগ্ৰামৰে ক্ষেত্ৰ। -তাৰ জৰীয়তেও গণ জাগৰণ আনিব পাৰি।...—বিপ্লৱৰ একমাত্ৰ হাঁথিয়াৰ হ'ল মানুহ।" তেওঁ কৈছিল, "ধনীক সুবিধা কৰি গঢ়া আইন অমান্য কৰিম।" ১৯৪৬ চনত নলবাৰী, ধম্‌ধমা, বৰমা, তামোলপুৰ, ৰঙিয়া, মঙলপুৰ আদি অঞ্চলবোৰত সংগঠনৰ কামত ঘূৰি ফুৰোঁতে এখন গাঁৱৰ কৃষক সভাত বক্তৃতা দিছিল। তেনেতে ওচৰতে বনৰীয়া হাতী এটা ওলাই উপদ্ৰৱ আৰু সন্ত্ৰাসৰ সৃষ্টি কৰিছিল। সভাত উপস্থিত থকা কৃষক সকল ভীতিগ্ৰস্ত হৈ দৌৰা-দৌৰি কৰি পলাব খোজোঁতে ৰাভাই চিঞৰি-চিঞৰি গলগলীয়া মাতেৰে কৈছিল, "বন্ধু সকল। এটা বলীয়া হাতায়ে যিদৰে সকলোবোৰ ছিন্ন-ভিন্ন কৰি ফুৰিছে, সকলোৰে সন্মুখত যিদৰে সি সন্ত্ৰাসৰ সৃষ্টি কৰিছে, ময়ো ঠিক সেই দৰেই আজিৰপৰা বলীয়া হ'ম, সন্ত্ৰাসৰ সৃষ্টি কৰিম। সকলোবোৰ ছিন্ন-ভিন্ন কৰি 'ধনৰাজ' গুচাই 'গণৰাজ' প্ৰতিষ্ঠা কৰিম।"

ধনী-মহাজন জমিদাৰ সকলক সাৱধান কৰি দি গীত গাইছিল :

"দুখীয়াৰ কলিজা নিঙাৰি লৱ,
টুপি টুপি তেজ শুহি শুহি পিয়,
ৰুকি ৰুকি মঙহ চোবাই খাৱ,
কুৰুহি হাড় কেউতালো চোবাৱ,
হুঁচিয়াৰ। হুঁচিয়াৰ !!
ধনী ! মহাজন !! জমিদাৰ !!!
হুঁচিয়াৰ ! হুঁচিয়াৰ !!

বিপ্লৱ পথৰে যাত্ৰী আমি
সৰ্বহাৰাৰ মুক্তিকামী
দৰ্প ধনীৰ আমি সংগ্ৰামী
চূৰ্ণ কৰিম—পণ আমাৰ !
হুঁচিয়াৰ ! হুঁচিয়াৰ !!
ধনী ! মহাজন !! জমিদাৰ !!!
হুঁচিয়াৰ ! হুঁচিয়াৰ !!
শেষ যুদ্ধৰ আমি ৰণুৱা
পৃথিৱীৰ হালোৱা বনুৱা
হ'ম বিজয়ী আমি দুখীয়া !
ক'ত ৰ'বি ধনী এইবাৰ ?
হুঁচিয়াৰ ! হুঁচিয়াৰ !!
ধনী ! মহাজন !! জমিদাৰ !!!
হুঁচিয়াৰ ! হুঁচিয়াৰ !!

নিৰ্য্যাতীত, নিষ্পেষিত হালোৱা হজুৱা বনুৱাৰ কুলাই পাছিয়ে নধৰা দুৰৱস্থা আৰু পানীত হাঁহ নচৰা বিধৰ বিলাই বিপত্তি দেখি বিষ্ণু ৰাভাই তেওঁলোকক সঞ্জীৱনী-মন্ত্ৰ দিছিল শোষণ নিষ্পেষণৰপৰা মুক্ত হৈ মানুহ হিচাপে জীয়াই থকাৰ আৰু নিজৰ অধিকাৰ সাব্যস্ত কৰাৰ। ভাগ্যক ধিয়াই, কপাল থপৰিয়াই, ত্ৰাসত পেপুৱা লাগি বহি থকাতকৈ, নিৰ্ভয় মনেৰে বুকু ফিন্দাই ওলাই আহি, বীৰৰ দৰে যুঁজি প্ৰয়োজন হ'লে মৃত্যুবৰণ কৰিলেও, তেনে মৃত্যু অপৰাজেয়। কাপুৰুষৰ দৰে বহি থাকিলে কাপুৰুষৰ জীয়াতেই বহুতবাৰ মৃত্যু হয়। গতিকে তেওঁ গীত গালে। সহযোগী হ'ল ধীৰু ঘোষ, কমল নাৰায়ণ চৌধুৰী ধেমাজিৰ মনটান দলে, বেতবাৰীৰ মিনেশ্বৰ কোঁৱৰ, পলাশবাৰীৰ জগৰু চুলীয়া, গোবিন্দ কলিতা, প্ৰতাপ ৰাভা, বলো বসুমতাৰী, খগেন বৰবৰুৱা, হৰি (ষ্টেন) বৰুৱা, পান্নালাল দাসগুপ্ত, কমলা বৰ্মন, কনকলতা মেধি, মোহিনী বালা ব্ৰহ্ম, ভবেন নাজি, মোহিনী মোহন ব্ৰহ্ম, আৰু অলেখ বিপ্লৱী বীৰ। ৰাভাই গালে:

"ভাঙ্ ভাঙ্ ভাঙ্ ভাঙ্
লোহাৰ শিকলি ভাঙ্।
ছিঙ্ ছিঙ্ ছিঙ্ ছিঙ্
দাসৰ বান্ধোন ছিঙ্॥

খোল্ খোল্ খোল্ খোল্
কাৰাৰ ফাটেক খোল।
ভাঙ্ ভাঙ্ ভাঙ্ ভাঙ্,
দুৱাৰৰ দাঙ্ ॥

শুন, সোঁৱা শুন্ শুন্
ঘোৰিছে বল্ বিষাণ।
মুকুত আকাশ উৰে
দীপ্ত ৰঙা নিচান ॥

ৰক্তেৰে ৰণ্জিত্
সূৰুজ উদীয়মান,
শুন্ মুকুতিৰ সুৰযৰ আহ্বান্ ॥
হালোৱা হজুৱা হে'ৰ' মজুৰ কিষান্
মুক্তিমান্! মুক্তিমান্!! মুক্তিমান্!!!
হে'ৰ' বিপ্লবী বিদ্ৰোহী বীৰ
তোল তোৰ অৱনত শিৰ।
অত দিনে কিয় তই আছিলি সু-সুপ্ত
পৰ-পদানত
নির্য্যাতীত! নিপীড়িত!!
দলিত! পতিত?

ৰাইজ উদ্বাউল হ'ল—। প্ৰতিজ্ঞা কৰিলে, 'ধনী মহাজনৰ মাটিৰ অধিধানৰ আধা নিদিওঁ,' 'মাটিৰ খাজনা নিদিওঁ। শোভাযাত্ৰা কৰি ধ্বনি দিলে, 'নাঙল যাৰ মাটি তাৰ।' 'ভাত কাপোৰ শিক্ষা দিয়া, নহ'লে গাদী এৰি দিয়া।'

বিষ্ণুপ্ৰসাদ ৰাভাই সমাজতান্ত্ৰিক বিপ্লৱৰ সূচনা কৰিলে। গাঁৱত পুলিচৰ অত্যাচাৰ চলিল। ধনী মহাজন জমিদাৰবোৰ হ'ল পুলিচৰ এজেণ্ট। সিহঁতে ডাঁৱৰ শাতৰি ডাঁৱে পঠিয়াই থাকিবলৈ ধৰিলে। বিষ্ণু ৰাভাই কেৰেপকে নকৰিলে। ক'লে, "গুলী মাৰা সেইবোৰ! কোনে পৰোৱা কৰে?" ৰবমা গাঁৱত বড়োগীত গাই কৃষকক অভয় দিলে। বড়ো সকলৰ বিশাল ঐতিহ্যৰ প্ৰতি ৰাভা আছিল সম্য সচেতন।

'দাগি দাগি দাগি
খুহু খুহু খুহু চিগাঙাও খুহু
গিনী নাঙা গিনী নাঙা……
জীংগা মাগা ফৈগৌ হনৈ—
বে অ'ৰ জীংনাইথৌ ফীজীং দৌ
জীংছাৰ হীদী।
( ভয় নকৰ, ভয় নকৰ,
ব'ল ব'ল আগবাঢ়ি ব'ল—
ভয় নাই, ভয়ৰ কাৰণ নাই—
আহিছে আহক আমাক আক্ৰমণ কৰিবলৈ
সংগ্ৰাম আমি কৰি যাম
ব'ল আগুৱাই ব'ল……। )

পৈত্ৰিক সম্পত্তি হিচাপে পোৱা দুহেজাৰ পাঁচশ বিঘা মাটিত জমিদাৰী চলাই, নবাবৰ দৰে ৰাভা থাকিব পাৰিলেহেঁতেন! কিন্তু আনৰ দুখ দেখি যিজন পূৰ্ণ মানৱৰ প্ৰাণে হাঁহাকাৰ কৰি কান্দি উঠে, তেওঁ জমিদাৰী চলাবই বা কেনেকৈ? গতিকে মাটিখিনি দৰিদ্ৰ কৃষকক এৰি দি, 'দৰিদ্ৰৰ লাওলোটা ভিক্ষাৰ সজুঁলি'কে 'অতুল বৈভৱ' বুলি গ্ৰহণ কৰি, কৃষক-বন্ধুৱা হালোৱা চহাৰ বুকুৰ বান্ধৈ হৈ মুক্তিৰ বাবে কৰা সংগ্ৰামৰ কাঁইটীয়া পথেদি আগবাঢ়ি যাবলৈ অনুপ্ৰেৰণা যোগালে।

"ব'ল ব'ল ব'ল
কৃষক শক্তি দল।
অ'বন্ধুৱা সমনীয়া
আগবঢ়ি যাওঁ বল।
জাগ্‌, জাগ্‌, জাগ্‌, জাগ্‌,
মজদুৰ ন-যোৱান;
নিৰ্য্যাতীত নিপীড়িত
কৃষক শক্তিমান্‌।
তোৰ বাহুতে আছে লুকাই
অসীম শক্তিবল,
অসীম শক্তি বল।

কিহৰনো ভয় আছে অভয়
বাণী দেৱতাৰ,
শত্ৰুৰ স'উ চৌপাশে ৰয়
ধনী জমিদাৰ।
শোহে কলিজাৰ ৰঙা তেজ
প্ৰজা দুখীয়াৰ।
ধ্বংস কৰ ধ্বংস কৰ
ধনীৰ অহঙ্কাৰ।
দয়া-মায়া নকৰিবি
ক্ষমাৰ দিন যে গ'ল।
হাল, কোৰ, দা, হাতুৰি ল'ই
ৰণলৈ যাওঁ ব'ল॥"

বিষ্ণু ৰাভাই সুন্দৰকৈ বুজি পাইছিল যে জন-সাধাৰণৰ বাবে উপযুক্ত পঢ়াশালি হৈছে গণবিপ্লৱ। জনসাধাৰণে সাধাৰণ অৱস্থাত যিবোৰ কথা শিকিব বুজিব নোৱাৰে, নেতা সকলৰ মৌবৰষা ফুলজাৰি মৰা বক্তৃতা গুলি ভোল গৈ থাকে, সেই কথাবোৰ গণ বিপ্লৱৰ সময়ত সহজে বুজি পায়। নেতা সকলৰ দলীয় স্বৰূপটো তেতিয়া নিৰাভৰণভাৱে ৰাইজৰ আগত ওলাই পৰে। কৃষক-বন্ধুৱাৰ-'হা- হুতাশাৰৰ কোলাহল শুনি শুনি ৰাভাই গাইছিল :

'শুনা ! জনতাৰ কোলাহল শুনা,
শত জৰ্জ্জৰ কণ্ঠৰ
দুৰ্বাৰ মৰ্ম্মৰ
নয়নৰ কোলাহল শুনা।
জনতাৰ বক্ষ ভেদি
যোৱা শোনিতৰ ঢল
গঢ়ে মহাসাগৰ টল্‌মল্‌
আগবাঢ়ে জল্‌মল্‌
বোৱা শোনিতৰ ঢল !
কৃষকে বিনায়—
শ্ৰমিকে কান্দে
অস্পৃশ্য অসহায় ;

সেই অসহায়তাৰ
সৃষ্টি আজি
বিদ্ৰোহ মহানল
বোৱা শোনিতৰ ঢল
জল্ জল্ মল্ মল্ শুনা ॥

বিষ্ণুপ্ৰসাদ ৰাভাই গাঁৱে ভুঞে ঘূৰি ফুৰি জনতাক সংগঠন কৰি, শোষক শ্ৰেণীৰ বিৰুদ্ধে সংগ্ৰাম চলোৱাৰ উদ্দেশ্যে সদিয়াৰপৰা ধুবুৰী পৰ্য্যন্ত কিছুমান গাঁৱত, বিশেষকৈ ডিব্ৰুগড় জিলাৰ খোৱাং অঞ্চলৰ অচলা পথাৰ, কলোলোৱা, দেউৰী গাওঁ, ডুমডুমাৰ ওচৰৰ ভাঙৰী গাওঁ, কামৰূপৰ মছলপুৰ, ধমধমা, তামোলপুৰ, বৰমা, দীঘেলী, নলবাৰী, পাঠশালা আদি ঠাইত তিনিটা অনুষ্ঠান গঠন কৰিছিল— (১) মুক্তি ফৌজ, (২) নাৰী মুক্তি সংঘ, আৰু (৩) কৃষক-বনুৱা পঞ্চায়ত।

বিষ্ণুপ্ৰসাদ ৰাভাই কৃষ্টি-সংস্কৃতি, অভিনয়ৰ মাজেদি জনতাৰ এজন হৈ পৰিছিল। কাৰণ, কৃষ্টি-সংস্কৃতিৰ জৰিয়তে জনগণক সংগঠন কৰিবলৈ সহজ। ৰাভাই লিখিছে, "বাস্তৱ প্ৰয়োজনত যাৰ জনম, মানুহৰ জীৱন সংগ্ৰামত যি শকতি, জীৱন যাত্ৰাৰ বাস্তৱ উদ্দেশ্য সিদ্ধিত যি মুকুতি, সেয়েহে আচল কৃষ্টি, প্ৰকৃত সংস্কৃতি। জীৱন যাত্ৰাৰ ঘাত-প্ৰতিঘাতত যেনেকৈ কৃষ্টিৰ ৰূপান্তৰ হয়, সংস্কৃতিৰ আলম লৈ জীৱন-যাত্ৰাত তেনেকৈ আগুৱাই যায়। গতিকে জীৱনযাত্ৰাৰ লগত কৃষ্টি-সংস্কৃতি ওতঃপ্ৰোতভাৱে জড়িত। যি জাতিৰ কৃষ্টি-সংস্কৃতি গতিশীল নহয়, সেই জাতিৰ জীৱনযাত্ৰাও স্থিৰ হয়।…·ভূতত্ত্বৰ দিশৰপৰা চাবলৈ গ'লে আজি প্ৰায় কোটি বছৰৰ আগেয়ে যি এটা প্ৰলয়ঙ্কৰ ভুঁইকঁপ হৈছিল, তাৰ ফলত সেই ভূ-তৰঙ্গ হৈছিল হিমালয়ৰ উত্তৰে, উত্তৰ-দক্ষিণ মুৱাকৈ আৰু দক্ষিণে, পূৱ-পশ্চিম মুৱাকৈ। সেয়ে আজি এচিয়াৰ মানচিত্ৰত দেখোঁ হিমালয়ৰ উত্তৰে উত্তৰ-দক্ষিণ মুৱাকৈ থকা পৰ্বত শ্ৰেণী আৰু হিমালয়ৰ দক্ষিণে দেখো পূব-পশ্চিম মুৱাকৈ থকা পাহাৰ শ্ৰেণী। এই পূৱা-পশ্চিমাকৈ থকা পাহাৰ শ্ৰেণীয়েই হৈছে ভাৰতৰ পূব অঞ্চলৰ অসমী আইৰ কোলাত পথালিকৈ থকা গাৰো পাহাৰ, খাচীয়া জয়ন্তীয়া পাহাৰ, কাছাৰ পাহাৰ আৰু নগা পাহাৰ। এই পাহাৰ শ্ৰেণীয়েই অসমী আইৰ মেৰুদণ্ড। তাৰ দুয়োকাষে ইড়া-পিঙ্গলা হেন দুটা নাড়ী—লুইত আৰু বৰাক।"……

বিষ্ণু ৰাভাই জন সাধাৰণক বৃহত্তৰ অসম গঢ়াৰ পৰিকল্পনাৰে, গনেশৰ দাঁতটোৰ দৰেই একগোট কৰি সংঘবদ্ধ কৰিব খুজিছিল শোষণ-নিস্পেষণৰ বিৰুদ্ধে যুঁজিবলৈ। কাৰণ, তেওঁ বুজিছিল যে অৰ্থ নৈতিক স্বাৱলম্বিতা অবিহনে ৰাজনৈতিক স্বাধীনতা অৰ্থহীন।

## আজাদী বিষ্ণু ৰাভা

বিষ্ণুপ্ৰসাদ ৰাভাই পলাশবাৰীত 'খনা' নামৰ নাটক এখন পৰিচালনা কৰি মঞ্চস্থ কৰাইছিল। লগত আছিল প্ৰতাপ ৰাভা, বলো বসুমতাৰী, গোবিন্দ কলিতা ঝগৰু ঢুলিয়া আৰু বহুতো।

আত্মৰক্ষাৰ বাবে হাতে হাতে একোটা ৰাইফলো লৈছিল। ৰাভাই পলাশ-বাৰীত গীতো ৰচনা কৰিছিল :

"সউ জোন উঠে হাঁহি মাৰি
গগণে গগণে,
মধুৰ কুসুম গন্ধ বলে
পবনে পবনে।"

তাৰ পিছত মির্জ্জালৈও গৈছিল। তাৰ এখন সভাত ঝগৰু ঢুলীয়া আৰু গোবিন্দ কলিতাই বক্তৃতা দিছিল। হাজাৰ হাজাৰ জনতা উপস্থিত আছিল। ঝগৰু ঢুলিয়াই ধনী জমিদাৰৰ ক্ষৌৰ কৰ্ম কৰাৰ ভাও দেখুৱাই, হাতত জমিদাৰৰ দাড়ি খুৰাবলৈ কৰত, কোদাল, হাতুৰি. বটালি আদি লৈ বলিশালত পেলাই সকলোকে হহুঁৱাইছিল, আৰু শিক্ষাও দিছিল।

ৰাভাৰ হাতত ৰিভলভাৰ কিম্বা ষ্টেনগান এটাও আছিল আত্মৰক্ষাৰ কাৰণে।

১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰিলে। সংগ্ৰামী শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাই টিহু-নলবাৰীৰ ওচৰৰ দীঘেলী গাঁৱৰ ৰাইজৰ সহযোগত, হাতে হাতে ক'লা পতাকালৈ শোভাযাত্ৰা কৰি, তেওঁক ধৰিবলৈ দহ হেজাৰ সামৰিক বাহিনীৰ চোকা পহৰাকো পৰোৱা নকৰি, সিংহৰ দৰে নিৰ্ভয় মনেৰে ক'লা পাতাকা উত্তোলন কৰি ধ্বনি দিলে, "ইয়ে আজাদী ঝুথ হেয়ে। চীফ´ চামড়াকা বদল।" ৰাভাই বিচাৰিছিল অখণ্ডিত ভাৰতবৰ্ষ, আৰু ৰাজনৈতিক স্বাধীনতাৰ লগতে গৰীব জনতাৰ শোষণ-নিস্পেষণ বিহীন অৰ্থ নৈতিক স্বাধীনতা।

## 'দহ হেজাৰ টকীয়া পুৰস্কাৰ লাভ কৰক'

বিষ্ণুপ্ৰসাদ ৰাভাই প্ৰত্যাহ্বান জনাইছিল ধনিক শ্ৰেণীৰ বিৰুদ্ধে, শাসক আৰু শোষকৰ বিৰুদ্ধে। চৰকাৰ সন্ত্ৰস্তহৈ বিষ্ণু ৰাভাক ধৰিবলৈ বিচাৰি ফুৰিছিল। পুলিচ আৰু চোৰাংচোৱা সকলে তেওঁক খেদি লৈ ফুৰিছিল, অথচ তেওঁ সিঁহতৰ চকুত ধূলি মাৰি, সিঁহতৰ সন্মুখেদিয়েই আঁতৰি গৈছিল। কাৰণ, ৰাভাই নিখুঁত ভেশছন কৰিব জানিছিল। কলিকতাৰ 'ওৱাই-এম-চি-এ'ৰ দ্বাৰা যেচুৱা বজাৰত 'ফেন্সী ড্ৰেছ এক্‌জিবিচন'ত ৰাভায়ো পঢ়াকালতে যোগদান কৰিছিল। সেই অনুষ্ঠানত ৰাভাই 'ভিক্টৰ হিউগো'ৰ 'হাঞ্চবেক অব নটাৰদম'ৰ চৰিত্ৰটোৰ নিখুঁত ভেশচন কৰি সকলোকে আচৰিত কৰি দিছিল, আৰু তেওঁ শ্ৰেষ্ঠ বঁটা লাভ কৰিছিল। বিশিষ্ট অতিথি জে, চি. বসুৱে ৰাভাক ধন্যবাদ জনাই আশীৰ্বাদ দিছিল। সেই অনুষ্ঠানত সেই সময়ৰ ইংৰাজ বোলছবি জগতৰ ৰূপ সজ্জাৰ সম্ৰাট মিষ্টাৰ লংচেনিও উপস্থিত আছিল। ৰাভাৰ নিখুঁত ৰূপসজ্জা দেখি বিমোহিত হৈ তেওঁ ৰাভাক কৰমৰ্দন কৰি আন্তৰিক অভিনন্দন জ্ঞাপন কৰিছিল।

সেই আহিতে, ৰাভাই কেতিয়াবা ত্ৰিশূলধাৰী সন্ন্যাসী হৈছিল, কেতিয়াবা হালোৱা, কেতিয়াবা ফকিৰ, কেতিয়াবা মহগুৱাল, কেতিয়াবা মুছলমান মৌলবী, কেতিয়াবা নেপালী, কেতিয়াবা নগা, কেতিয়াবা আবৰ, কেতিয়াবা ভূটীয়া হৈ ভেশচন কৰি পুলিচৰ চকুত ধূলি মাৰি পলাই ফুৰিছিল। বিষ্ণুপ্ৰসাদ ৰাভাক জীৱিত বা মৃত অৱস্থাত ধৰি দিব পাৰিলে নগদ দহ হাজাৰ টকা পুৰস্কাৰ দিয়াৰ কথাও অসম চৰকাৰে ঘোষণা কৰিলে। কিন্তু জনতাৰ বাদ্ধৈ, মৰমৰ আবৌ, জুমাই সিং, জঠম সিং, ফেৰেংগাদাও বৰ্ঠুল ৰাইজৰ পৰিচিত বিষ্ণু ৰাভাক ধৰাই দি এজন অসমীয়ায়ো দহ হেজাৰ টকালৈ লোভ নকৰি ৰাভাক লুকুৱাইহে ৰাখিলে।

১৯৪৮ চনৰপৰা ১৯৫২ চনৰ ১৬ জুলাইলৈকে, সুদীৰ্ঘ পাঁচ বছৰ কাল অসমৰ ইমূৰৰপৰা সিমূৰলৈকে গাঁৱে ভুঞে ঘূৰি ফুৰি, জনতাৰ মুক্তিৰ বাবে বিভিন্ন সংগঠন কৰি, ভেশচনত ফুৰি পুলিচ আৰু চোৰাংচোৱাক বাগী দি ফুৰিছিল। সেই সময়-ছোৱাক ৰাভাই নিজে 'অজ্ঞাতবাস' বুলি কৈছিল। ইটালীৰ খ্যাতানামা চিত্ৰকৰ আৰু শিল্পী মাইকেল এঞ্জেলো ৰাজৰোষত পৰি মাত্ৰ এবছৰহে আত্মগোপন কৰি

থাকিবলৈ সক্ষম হৈছিল। তেওঁৰ জন্ম হৈছিল ইটালীৰ টানেস্কি নামৰ ঠাইত ১৪২৫ খৃষ্টাব্দত আৰু ইহলীলা সম্বৰণ কৰিলে ১৫৬৪ খৃষ্টাব্দত।

বিষ্ণু ৰাভাৰ আছিল জনতাৰ ওপৰত অটল বিশ্বাস। সেয়েহে তেওঁ কৈছিল, "ৰাইজৰ সহযোগ হৈছে বিপ্লৱৰ মহাৰ্ঘ। ৰাইজৰ মৰম-চেনেহ আমাৰ ৰক্ষা কবচ, ৰাইজৰ আশীষেই আমাৰ পশুপাত অস্ত্ৰ। এই ৰক্ষা কবচ আৰু পশুপাত অস্ত্ৰৰ বলতেই আমি সুস্থ, বলীষ্ঠ আৰু নিৰ্ভীক সৈনিক।"

অজ্ঞাতবাসৰ কালছোৱাত গাঁৱে ভূঞে ঘূৰি ফুৰোঁতে বিষ্ণু ৰাভাই বেলশৰতে লগ পালে ৺নবীনচন্দ্ৰ মেধিৰ কন্যা কনকলতা মেধিক। কনকলতাৰ বায়েক হৈছে কমলা বৰ্মন আৰু ভিনিহীয়েক উপেন্দ্ৰ বৰ্মন। তেওঁ বেলশৰৰ নাৰীমুক্তি সংঘৰ নেত্ৰী হ'লগৈ। তাতেই বিষ্ণুৰাভা আৰু কনকলতাৰ মাজত ঘনিষ্ঠতা গঢ়ি উঠে। কনকলতাই গাওঁ সংগঠনৰ কাম ভালকৈ কৰিব পাৰিছিল, আৰু বিনা প্ৰতিবাদে যিকোনো পৰিবেশত নিজকে থাপ খুৱাই ল'ব পাৰিছিল।

অনাই-বনাই, ডলাৰ বগৰিৰ দৰে সদিয়াৰপৰা ধুবুৰীলৈকে ঘূৰি ফুৰোঁতেই,' 'অজ্ঞাতবাস'ৰ কালছোৱাতে বিষ্ণুপ্ৰসাদ ৰাভাই লগ পালে গোৱালপাৰাৰ বিন্ধাকাতা গাঁৱৰ ৺শান্তিচৰণ বসুমতাৰী আৰু শ্ৰীযুত কেচুৰী বসুমতাৰীৰ কন্যা, সুন্দৰ স্বাস্থ্যৰ, শ্ৰীমতী মোহিনীবালা বসুমতাৰীক। মোহিনী বৰ সাহসী আৰু নাৰী-কৃষক-বনুৱাক নিখুতভাৱে সংগঠন কৰি নেতৃত্ব দিব পৰা ব্যক্তিত্ব, সামৰ্থ্য আৰু প্ৰতিভাৰ গৰাকী আছিল। সাংগঠনিক কামত মোহিনীৰ লগত ফেৰ মাৰিব নোৱাৰিব যেনেই লাগে। মোহিনীয়ে বড়ো নৃত্য আৰু অন্যান্য নৃত্যও ভালকৈ জানে। সেই সময়ত ধমধমাত অনুষ্ঠিত হোৱা সদৌ অসম কছাৰী সম্মিলনত সুন্দৰ নৃত্য পৰিবেশন কৰিছিল। সেই সম্মিলনৰ কৃষ্টি সভাৰ সভাপতি আছিল বিষ্ণুপ্ৰসাদ ৰাভা। সভাপতিক মাল্যপ্ৰদান কৰিছিল মোহিনী বসুমতাৰীয়ে। মোহিনীয়ে শুৱলাকৈ বড়োগীত আৰু অসমীয়া গীতো গাব পৰিছিল। মছলপুৰত সেই সময়তে হোৱা 'ট্ৰাইবেল সঙ্ঘ'ৰ অধিবেশনত বিষ্ণুৰাভা, কনকলতা আৰু মোহিনী বসুমতাৰীয়েও যোগদান কৰিছিল। মোহিনী বৰ খোলা অন্তৰৰ, মৰমীয়াল আৰু লুকঢাক নকৰাকৈ কথা কোৱাৰ এটি ব্যক্তিত্বপূৰ্ণ গাম্ভীৰ্য্যতা গুণ আছে।

সেই সময়তে ১৯৫১ চনত কনকলতা মেধিৰ লগত বিষ্ণুপ্ৰসাদ ৰাভাৰ ধুম-ধামেৰে বিবাহ সম্পন্ন কৰি দিয়ে সহকৰ্মী সকলে। বিষ্ণু ৰাভাই কনকলতাৰ অনুপ্ৰেৰণাত গালে :

"নতুন যুগৰ নতুন ভাৱৰ, নতুন ৰণৰ মাল।
আগুৱাই যা, আগবাঢ়ি ব'ল, আগবাঢ় দুখীয়া।"

কনকলতাৰ অনুপ্ৰেৰণাতে লিখিলে প্ৰাঞ্জল উপন্যাস 'সোনপাহি' যিথনৰ ভাষা আৰু প্ৰতিটো শব্দ খাঁটি অসমীয়া, কিন্তু আমি বহুতো শব্দ হয়তো নেজানো।

কৃষ্টি শব্দৰ অৰ্থ ব্যাখ্যা কৰি লিখিছে, যে কৃষ্টি 'কৃষি' 'ধাতু' 'ক্তি' প্ৰত্যয় যুক্ত। কৃষি বিষয়ক কামেই কৃষ্টি, কৰ্ষণেই সৃষ্টি, কিন্তু ভূমি কৰ্ষণেই সৃষ্টি নহয়। মানুহৰ মাজত আলোড়ন তোলা কাৰ্য্যও মানসিক কৃষ্টি. সেই কৃষ্টিত যদি বিদেশী বিজতৰীয়া নক্সা উঠে, তেতিয়া কৃষ্টি-সংস্কৃতি কালচাৰ হয়, আৰু সেই কালচাৰেই আদিম কৃষ্টিৰ কাল হয়। চাৰিওফালৰপৰা চেপি ধৰে, আৰু তেতিয়াই কৃষ্টিৰ ৰূপান্তৰ ঘটে।

মুনিৰো মতিভ্ৰম হয়। হস্তীৰো হস্কিলে মস্কিলে পাৰ পিচলে। আত্মগোপন কৰি দতমা, চাৰফাংগুৰি, ঘিলাগুৰি আদি গাঁৱত বিষ্ণু ৰাভা আৰু কনকলতাই সংগঠনৰ কাম কৰি আছিল। তেওঁলোকে আশ্ৰয় লৈছিল ঘিলাগুৰি গাঁৱৰ পৰমানন্দ ব্ৰহ্মৰ ঘৰত। তেনেতে এদিন ৰাভাই ভূটিয়াৰ ভেশচনেৰে এঠাইৰপৰা ঘিলাগুৰি গাঁৱলৈ বাছত উঠি আহিছিল। তেওঁৰ কাষতে এজন চৰকাৰী চোৰাং চোৱা বহি আছিল। অৱশ্যে চোৰাংচোৱাৰ সাধ্য নাছিল বিষ্ণু ৰাভাক চিনাক্ত কৰাৰ। কিন্তু বাছৰ কণ্ডাক্টৰজন বড়ো যুবক আছিল কাৰণে ভূটিয়াৰূপী ৰাভাই বাছখন কলৈ যাব বুলি বড়ো ভাষাত সুধিলে। কাষতে বহি থকা মানুহজনৰ সন্দেহ গাঢ় হ'ল। ভূটিয়া মানুহে ইমান সলসলীয়াকৈ বড়ো ভাষা কেনেকৈ ক'ব পাৰে? ৰাভা ঘিলাগুৰি গাঁৱলৈ যোৱা বাটৰ কাষত বাছৰপৰা নামিল। সেই নিশা সশস্ত্ৰ পুলিচে ঘিলাগুৰি গাঁৱৰ পৰমানন্দ ব্ৰহ্মৰ ঘৰত আত্মগোপন কৰি থকা বিষ্ণুপ্ৰসাদ ৰাভা আৰু কনকলতাক, ঘৰ ঘেৰাও কৰি গ্ৰেপ্তাৰ কৰে আৰু ধুবুৰী জেললৈ লৈ যায়। সেই দিনটো আছিল ১৯৫২ চনৰ ১৬ জুলাই। ৰাইজৰ প্ৰতিবাদত কনকলতাক মুক্তি দিয়ে ১৯৫৩ চনৰ জানুৱাৰী মাহত। সেই সময়ত অসমৰ মুখ্যমন্ত্ৰী আছিল বিষ্ণুৰাম মেধি। বিষ্ণু ৰাভাই মুক্তি লাভ কৰে ১৯৫৩ চনৰ আগষ্ট মাহত।

অজ্ঞাতবাসৰ কালছোৱাত, কৃষক-বনুৱা সকলৰ উদ্দেশ্যে 'পঞ্চায়ত' নামৰ বাতৰি কাকত এখন নলবাৰীৰপৰা ৰাভাই সম্পাদনা কৰি উলিয়াইছিল। সোণামুৱা গাঁৱৰ কাহিনীৰে 'গেঙনি-ৰেঙনি', নামৰ নাটক এখনো লিখিছিল। ডিব্ৰুগড় জিলাৰ

পানীতোলা, চাবুৱা অঞ্চলত থাকোতে 'মত কসম্প্ৰদায়ৰ ইতিহাস' এখনো লিখিছিল। সেইখন অপ্ৰকাশিত অৱস্থাতে বোধহয় আছে। ধুবুৰী জেলত থাকোতে 'হিয়াৰ পুং,' 'মামীৰ হাৰ' আৰু 'কুৰি বছৰ জেইল' নামৰ তিনিটা অপূৰ্ব গল্প লিখিছিল। 'বুড়ো জাতিৰ ইতিহাস' আৰু 'ৰাভা জাতিৰ ইতিবৃত্ত'ও অজ্ঞাতবাসৰ কালতে লিখা। ধুবুৰী জেলৰপৰা নগাওঁ স্পেচিয়েল জেললৈ লৈ যায়, তাৰ পিছত ৰাভাক তেজপুৰ জেললৈ স্থানান্তৰ কৰাৰ পিছত ১৯৫৩ চনৰ আগষ্ট মাহৰ (৩) তিনি তাৰিখে স-সন্মানে মুক্তিলাভ কৰে। কনকলতাৰ লগত বিয়াৰ পিছতে 'ন পৃথিৱীৰ নতুন যুগ' নামৰ এটি গীত লিখিছিল।

অজ্ঞাতবাসৰ কালছোৱাত বিষ্ণুপ্ৰসাদ ৰাভা অসমৰ সকলো ঠাইলৈকে গৈছিল। তেওঁ নোযোৱা ঠাই অসমত নাই বুলিলেও হয়।

## ৰাভা সংকীর্ণ মনৰ জাতীয়তাবাদী নে

বিষ্ণু প্রসাদ ৰাভাই অসমী আইক ভাল পাইছিল, আৰু প্রাণ ভৰি ভাল পাইছিল জাতি-উপজাতি-ধর্ম্ম-ভাষা নির্বিশেষে অসমৰ কৃষক-বনুৱা-শ্রমিক মজদুৰ সর্ব্বহাৰা সকলক। নিজৰ আইক আৰু ভাই-ভনীক ভাল পোৱা মানে আনৰ আই আৰু ভাই-ভনীক ঘৃণা কৰাটো নুবুজায়। মহাত্মা গান্ধীয়ে কৈছিল, "জাতীয়তাবাদী নোহোৱাকৈ আন্তর্জাতীয়তাবাদী হোৱাটো অসম্ভৱ।" জবাহৰলাল নেহৰুৱেও "আত্ম-জীৱন চৰিত"ত লিখিছে যে বহল অৰ্থত জাতীয়তাবাদী হোৱাটো দোষণীয় নহয়।

ৰাভা অজ্ঞাতবাসৰ সময়ত গাঁৱে ভূঞে ঘূৰি আত্মগোপন কৰি ফুৰোঁতে, বিভিন্ন ঠাইত পুলিচে গঞা ৰাইজৰ ওপৰত অবর্ণনীয় অত্যাচাৰ চলাইছিল. আৰু ৰাভাৰ সন্ধেদ বাহিৰ কৰিবলৈ বহুতো পুৰুষ মহিলাক গ্রেপ্তাৰ কৰি 'থার্ড গ্রেড্ মেথদে'ৰে শাস্তি বিহিছিল। কোনোবা এখন গাঁৱত এগৰাকী গর্ভৱতী মহিলাক লঠিয়াই গুৰিয়াই চোচৰাই গছকি মৃত্যুৰ মুখত পেলাইছিল। গতিকে ৰাভাই গৰীব সর্ব্ব-হাৰাৰ মুক্তিৰ হকে কৃষক-বনুৱা পঞ্চায়ত ঠায়ে ঠায়ে গঠন কৰিছিল, আৰু বিপ্লৱী কমিউনিষ্ট দলৰ পন্থা হিচাপে লৈছিল সশস্ত্র প্রতিৰোধৰ। লক্ষ্য আছিল একেটাই কৃষক বনুৱাৰাজ গঠন। অসম চৰকাৰে বিষ্ণুপ্রসাদ ৰাভাক বিপর্য্যয় কর্ম্মী, সমাজ বিৰোধী, ষ্টেনগাধাৰী, হিংসা, নৰহত্যা, লুটপাতত লিপ্ত বুলি অভিযুক্ত কৰি দলটোক নিষিদ্ধ ঘোষণা কৰিলে, আৰু বিষ্ণু ৰাভাৰ মূৰটোৰ বাবে ধন আগবঢ়ালে ১০,০০০·০০ (দহ হেজাৰ) টকা। ১৯৫০-৫১ চনৰ দহ হেজাৰ টকা এতিয়াৰ ভেৰলাখ দুইলাখ মানৰ সমানেই হ'ব কিজানি।

বিষ্ণুপ্রসাদ ৰাভাৰ লক্ষ্য আছিল ভাৰতবৰ্ষৰ লগত অসমৰ ঘনিষ্ঠ যোগসূত্র স্থাপন কৰাৰ। তেওঁ কেতিয়াও বিচ্ছিন্নতাবাদী আৰু সংকীর্ণমনা নাছিল। সেয়েহে তেওঁ গীত গাব পাৰিছিল এনেধৰণে :

" আই মোৰ ভাৰতী জননী
লখিমী দুখুনী ;
ভাৰত বাসীৰ হৃদয়ৰে ৰাণী
মোৰ পৰাণৰ
মোৰ জীৱনৰ
চেনেহী গোঁসানী।

সোণামূৱা সঁফুৰা সুখৰে কোলাত তোৰ
উমলি পাওঁ সৰগৰ অমিয়া যেন মোৰ
তেওঁ কিয় নপৰে শত শত দুখৰ ওৰ ?
পৰাণৰ আই
জীৱনৰ আই
কিয়নো বন্দিনী ?
নিচলা আই অ' দেবী স্বৰূপিনী
চেনেহী চিকুনী দেবী ! অসমী জননী
লখিমী দুখুনী মোৰ চেনেহী গোঁসানী !
পিশাচে নি শুহি
ৰক্ত পিয়েহি
হিয়া তোৰ যায় জহি
ওৰে নিশা দিন— ;
মই ধনৰে থকুৱা
জননীৰে তেজ পিয়া
ৰক্তেৰে ৰঙচুৱা
কৰে তোক আই ক্ষীণ !
পাবিনে মুকুতি অসমী ? কাহানি ?"

ভাৰত মাতাক সকলো ভাৰতবাসীয়ে প্ৰাণতকৈও অধিক ভাল পায়। অসমীয়াইও ভাল পায়। বিষ্ণু ৰাভায়ো ভাল পায়। এই খন যে আমাৰ মাতৃ-ভূমি। ৰাভাৰ চল-চাতুৰি ভৰা কথা কৈ মানুহক আভুৱা ভৰাৰ স্বভাৱ নাছিল। তেওঁ মাৰ্ক্সবাদ আৰু লেলিনবাদ পঢ়ি জাতীয়তাবাদৰপৰা আন্তৰ্জাতীয়তাবাদলৈ উৰ্দ্ধগামী হোৱাৰ সাক্ষ্য বহন কৰে এই গীতটোৱেই :

"বিশ্বৰ ছন্দে ছন্দে মহানন্দে আনন্দে
নাচা নাচা নাচা তমোহৰ দেউ নাচা,
বন্দে বন্দে আজি সৱে ভকত বৃন্দে
বন্দে তবচৰণ কমল বন্দে
বিশ্বৰ ছন্দে ছন্দে ... ... ...
জ্বলোৱা শায়িক তব শুভ বহ্নি
বিনাশক এন্ধাৰ তবজয় অগ্নি
বিশ্বৰ দেউলত জ্বলকে বন্তি
আলোকৰে শিখা উঠে নাচি।

অজ্ঞান এন্ধাৰ বিনাশি বিনাশি
পুলকনন্দে—
বন্দে বন্দে আজি ... ... ...
নাচোনৰ তালে তালে পুষ্পিত বননি
চেৰে চেৰে হালে জালে বিকশিত ফুলনি
আমোল মোলে কৰে শুৱণী ধৰণী
পুষ্পিত সুবাসিত গন্ধে
বন্দে .. .... ... ...

অসমত বাস কৰা সকলো জাতি উপজাতি-ভাষা-ধৰ্মৰ লোক খাটি অসমীয়া, যি সকলে অসমক মাতৃভূমি বা পিতৃভূমি হিচাপে গ্ৰহণ কৰি অসমৰ সৰ্ব্বাঙ্গীন উন্নতিৰ হকে দেহে-প্ৰাণে কাম কৰে। সেই উদ্দেশ্য ৰচনা কৰিলে :

" নিচলা আইৰে আমি খাটি অসমীয়া
অসমা আইৰে আমি ছোৱালী ধুনীয়া
ধৰণী শুৱাই থাকা অতি মোহনীয়া
নিলো আইৰে ... ... ...
খোপাত কপৌফুল হাতত জেতুকাৰ বোল
ওঁঠত পিকৰ বোল
সজোৱা বোলোৱা বিজ্ঞান প্ৰজ্ঞান লৈ ... ..
আগবাঢ়ি যোৱা—
নিচলা আইৰে ... ... ...
কবিতাৰে মোহচন্দ পাহৰি পেলোৱা
বিলাসিনাৰ বেশখুলি
অগনি জলোৱা অ'ই
বিজ্ঞান প্ৰজ্ঞান লৈ ... ... ...
নিচলা আইৰে ... ... . . ॥

ৰাভাই বৰ্ণ-শৰাই দি জগতৰ সৰ্ব্বহাৰাৰ বিলাই গুচাবলৈ পূজাৰীক আহ্বান জনাইছিল। সেই পূজাৰী সংস্কৃতিৰ পূজাৰী।

"অ' পূজাৰী ! পূজাৰী অ'
আদৰি দিলোঁহি বৰ্ণ-শৰাই
দিয়াহি ধৰণী
কিনো ৰিনি ৰিনো,
জগতৰ নানা বিলাই
তুমি নাম-ভকতি নাম ৰকতি
হৰিনাম, মুকুতি পায়
বস্ত্ৰ ভকতৰ কৃষ্ণ শঙ্কৰৰ।
দিলোহি বৰ্ণ শৰাই
অতি যতনেৰে মন মৰমেৰে
দিলো যতনে পিন্ধাই
শঙ্খত মুকুলি
জোকাৰি উৰুলি
তোমাৰে মহিমা গায়
নিতৌ তালে তালে,
অ' পূজাৰী ! পূজাৰী অ' !"

## ৰাভাৰ গণৰাজ প্ৰতিষ্ঠাৰ পৰিকল্পনা

বিষ্ণুপ্ৰসাদ ৰাভাই 'ধনৰাজ' গুচাই 'গণৰাজ' প্ৰতিষ্ঠা কৰি দৰিদ্ৰ জন সাধাৰণৰ অৰ্থনৈতিক স্বাধীনতা কামনা কৰিছিল। কাৰণ অৰ্থনৈতিক স্বাধীনতা অবিহনে কেৱল ৰাজনৈতিক স্বাধীনতাই সৰ্ব্বহাৰাক শোষণ নিষ্পেষণৰপৰা মুক্ত কৰিব নোৱাৰে। গোকুল পাঠক সম্পাদিত 'ৰূপান্তৰ' নামৰ আলোচনী খনলৈ দিয়া আশীষ বাণীত ৰাভাই লিখিছিল, 'ৰূপতন্ত্ৰ সাধনাই অসমৰ ৰূপতান্ত্ৰিক বা সিদ্ধপুৰুষৰূপে গঢ়ে। ৰূপতীৰ্থৰ যাত্ৰী ৰূপতন্ত্ৰৰ গৰাকী হ'ল। সেই ৰূপতান্ত্ৰিক সিদ্ধপুৰুষেই হ'ল প্ৰকৃত শিল্পী, ঝাঞ্জাবিজয়ী শিল্পী। প্ৰশান্ত মহাসাগৰৰ গভীৰ তলিৰ শামুকৰ গৰ্ভ ফালি মুকুতাৰ সৌন্দৰ্য্য সি উপভোগ কৰে, পৃথিৱীৰ উচ্চতম শৃঙ্গ গৌৰীশঙ্কৰৰ ওপৰত আৰোহি সৌন্দৰ্য্য সি ভোগ কৰে, আৰু মহাকাশত উৰি মহাশূন্যৰ মহাসোন্দৰ্য্য সি দৰশন কৰে। কুমাৰে প্ৰতিমা গঢ়ে, কিন্তু তাত প্ৰাণ প্ৰতিষ্ঠা কৰিব নোৱাৰে। প্ৰাণ প্ৰতিষ্ঠা কৰে কোনে? পুৰোহিতে। ... ... ...। ৰাজনৈতিক দলবোৰে এখন দেশ বা এটা জাতি গঢ়িব পাৰে। কিন্তু তাত প্ৰাণ প্ৰতিষ্ঠা কৰে ৰূপতান্ত্ৰিক সিদ্ধপুৰুষ ঝাঞ্জাবিজয়ী আত্মাৰ গৰাকী প্ৰকৃত শিল্পীয়েহে ·। ৰাজনৈতিক দলবোৰে মানৱ সমাজৰ ৰূপান্তৰ ৰূপায়ণ কৰিব পাৰে। কিন্তু শিল্পীসকলেহে তাত প্ৰাণ প্ৰতিষ্ঠা কৰি সুন্দৰ কৰি তোলে।"

এসাজ নিমখ এজেবাৰে মাৰভাত খাই দুসাজ লঘোণে থকা পেটে ককালে লগা ভাল টোকোনা কৃষকৰ ঘৰৰ চালৰ ফুটাইদি, ভিতৰত বহিয়েই আকাশৰ জোন বেলি তৰা চাই থাকিব পাৰি। বাহিৰত বৰষুণ পৰাৰ আগতে এওঁলোকৰ ঘৰৰ ভিতৰতহে বৰষুণৰ টোপাল পৰে। বাৰিষা জোৰা-ফোন্দা দিয়ো খোচনি মাৰি বৰষুণক বাধা দিব নোৱাৰি, শোৱা সেতেঁলিথন ঘৰৰ ভিতৰত ইফাল সিফাল কৰি দীঘল দি কাতি হবলৈ ঠাই নেপাই, মূৰে কপালে হাত দি জুপুৰা লাগি বহি থাকে, এনে কৃষক দেশৰ ৰাজহাড় বুলি নিৰ্ব্বাচনৰ সময়ত গুণানুকীৰ্ত্তন কৰা হয়। তেনে কৃষকে হাড়ক মাটি তেজক পানী কৰি হাল বায়, মাটি চহায়, ভুঁই ৰোৱে, আঘোণ মাহত পকা ধান কাটে, কিন্তু সামৰিবলৈ নেপায়। আহিন-কাতি মাহত পেটৰ ভোকৰ পোৰনি মাৰিবলৈ আৰু ল'ৰা-ছোৱালী কেইটাৰ কান্দোন থমাবলৈ,

মহাজনৰ গোলালৈ গৈ, কাবৌ-কোকালি কৰি একুৰি দুকুৰি টকা আনি চাউল কিনি, বাটৰ কাষৰ কচু-ঢেকীয়াৰে এমুঠি খোৱাৰ বাবে অনা ঋণৰ ধন পৰিশোধ কৰে আধামূলীয়াকৈ আঘোন-পুহ মাহত নতুন ধান দি। সুদখিনি হয়তো পৰিশোধ কৰিবলৈ থাকি যায়। পিছৰ বছৰত সুদতে সুদ বাঢ়ি কেৰেলাতকৈ গুটি দাঘল হোৱাৰ দৰে মূল্যতকৈ বেছি হয়। আকৌ ধান দিব লাগে। ছোৱালী জনীৰ তোলনি বিয়া তুলি সমাজত মিলি থাকিবলৈ মৃতকৰ আত্মশ্ৰাদ্ধ পাতিবলৈ, ল'ৰাৰ বিয়া পাতিবলৈ মাটিখিনিও বন্ধকত দিবলগীয়া হয়।

কাহিলি পুৱা কাউৰীয়ে কা কা কৰোঁতেই বৰকাঁহৰ বাজনা শুনি শ্ৰমিক বন্ধুৱা লৰ মাৰে কাৰখানা-কলঘৰলৈ। বিশ্বকৰ্ম্মাৰ ৰূপ ধৰি হাতুৰি কোবায়, কোদাল মাৰে, চাহপাত ছিঙে, চাহপাত শুকুৱায়। ভাগ্যদেৱী সুপ্ৰসন্না হ'লে দুপৰীয়া এমুঠি মুৰি, এগিলাচ ৰঙা চাহ-পানী হয়তো মিলে। নহ'লে দমকল, পুখুৰীৰ চেঁচা পানী ঢোক্-ঢোক্কৈ কেইবাটিমান পি ভাগৰ পলুৱায় পেটৰ পোৰনি মাৰে। ডেৰকুৰি বছৰতে কঁকাল বেকা হয়, দাঁত সৰে, চুলি পকে। তথাপিও দেখোন আলৈ আথানি লুগুছেহে লুগুছে। সেইবোৰ বিষ্ণুপ্ৰসাদ ৰাভাৰ দৃষ্টিত নপৰাকৈ থকা নাছিল। গতিকে গায, গোৱায়, ভাষা দিযে, আশাও দিযে জোঁয়াই থকাৰ—।

"আমি খুৱাওঁ বিশ্ববাসীক
মাটি কালি ধান,
আমি যোগাওঁ ধনী শ্ৰেণীক
-অস্ত্ৰ শক্তিমান,
কাৰখানা কল আমাৰ সৃজন
পথাৰ সুবহল।
তেওনো কিয় আমাৰ এনে
আলৈ বিলৈ হ'ল?"

নগৰত কল-কাৰখানাৰ ঘৰ্ঘৰনিয়ে খাবলৈ নোপোৱা, ভোকে জাৰে নিশা উজাগৰে কটোৱা শ্ৰমিক-বন্ধুৱাৰ জীৰ্ণ শীৰ্ণ দেহাৰ দুৰ্ব্বল বুকু কপাঁয়। তেওঁলোক উচাপ খাই উঠে, বুকু ধৰফৰাই যায়। কাৰখানাত ৰাতিপুৱা ছয় বজাতে বজোৱা বৰকাঁহচটাৰ টং টং শব্দ শুনি, উজাগৰী নিশা কটোৱা ডাল-দৰিদ্ৰ বন্ধুৱা-শ্ৰমিকৰ বুকু অজানিত আশঙ্কাত কঁপি উঠে। কোলাত উঠি 'দে'তা, দে'তা' বুলি মৌসনা

মিঠা মাতেৰে বুকুৰ মৰম বিচৰা, নতঠা শেঙুন-নকা শিশুৰ 'ভাত দে, ভাত দে, গগন ফলা চিঞৰে বৰকাইঁৰ শব্দকো তল পেলায়। কাষ ভগা কেৰাহীখনত পৰ্যন্তা কৰকৰা এমুঠিও যে নেথাকে শিশুটোক আভূৰা ভাঁবিবলৈ! পুৱাতে লঘোন! দুপৰীয়াও ভাত নাই! কচুচেকীয়া এসোপা সিজালেওতো লাভ নাই। ল'ৰা-ছোৱালীয়ে নেথায়। সিহঁতৰ সৰল মনবোৰ বিনন্দীয়া সংসাৰৰ পাকলগা কথাবোৰ যে নুবুজে! হাঁয় দুৰ্কপলীয়া! ওৰে দিন গাৰ ঘাম মাটিত পেলাই কাম কৰিওতো দুসাজৰ মূৰত এসাজ যোগাৰ কৰিব নোৱাৰে! অহিংসা পৰম ধৰ্ম্ম, গুলী মাৰা ক্ষুধাৰ তাড়নাত কোনে সেইবোৰ শুনে, কোনে পৰোৱা কৰে? বিষ্ণু ৰাভাই সেই চিত্ৰ দেখি 'মানুহ'ক জনাইছিল:

"কাৰখানাৰে চিটিৰ হুমুনিয়াহ,
কলৰ ঘৰ্ঘৰনি বুকু কপোৱা
শুনি শুনি কাঁহৰ মাত কঠুৱা,
কান্দে দুখীয়া বনুৱা।

শুদা মজিয়াত অকলশৰীয়া
বিনায় কোলাত হিয়া লগৰীয়া
পুৱাই লঘোন ভাত নাইকীয়া;
হাঁয়! হাঁয়!! হাঁয়!!! দুৰ্কপলীয়া!
কান্দে দুখীয়া বনুৱা!

অসহ জীৱন উটি ভাঁহি যোৱা
ভগা ছিগা মানৱী আমঠু হিয়া
শ্ৰম কৰিও খাবলৈ নোহোৱা
'আস'ই বিল'ই হোৱা হুজুৰা,'
কান্দে দুখীয়া বনুৱা।।"

ডাল-টোকোনা মানুহক 'কপা বিধাতাই' মাৰিবলৈ নেদেখে। কপালত থপৰিয়াই, হিয়া ভুকুৱাই কান্দি গছৰপাত সৰুৱালেও লাভৰ ঘৰত আছে ককৰ্থনা, হতাশাৰ হা-হুমুনিয়াহ। মৰোঁ বুলিওতো মৰিব নোৱাৰি! গতিকে আশাবাদী হৈ পোৱা-নোপোৱাৰ আশাৰে জীৱন কটোৱাই উত্তম পথ।

"গাম পীড়িতৰ চিৰ বিজয়ৰ গান,
ফিৰাই আনিম দলিতৰ সন্মান্
মৰা জগতৰ হৃদয়ত ঢালি প্ৰাণ
আনিম ধৰাত চিৰ শান্তিৰ আভাস।"

তাকে কৰিবলৈ 'গণৰাজ' প্ৰতিষ্ঠা কৰিবই লাগিব। সেয়ে বিষ্ণু ৰাভাই গাইছিল :

"স্বাধীন চিতীয়া হালোৱা ডেকা বন্ধুৱা,
পঞ্চায়তী যুগৰ ন-মনেৰে মনুৱা,
যুজিব সমৰত লগৰীয়া বন্ধুৱা।
চিনি লচোন কোন শত্ৰু লুকাই আঁৰত তোৰ,
ভাঙ্ ৰঘুমলা তেজপিয়া কুবেৰৰে মূৰ,
জীৱন ভৰি নপৰিব তেওঁৰ দুখৰ ওৰ,
যিমান দিন বাচি থাকিব, থাকিব ধনৰ খকুৱা।।
বাৰে বাৰে জাতিৰ নামত চুৰি ডকাইতি খেল.
বজ্জাতৰ দলে পাতে না না জালিয়তী খেল।
আগবাঢ়ি ব'ল ভাঙি ছিঙি জুলুম-বাজীৰ জাল,
নকৰিবি ভয় ; ব'ল হই শোষণকাৰীৰ কাল,
নতুন যুগৰ নতুন ভাৱৰ, নতুন ৰঙৰ মাল ,
আগুৱাই যা, আগবাঢ়ি ব'ল আগবাঢ়ি দুখীয়া !!"

নিৰ্য্যাতন-নিপীড়নৰ অন্ত পেলাই 'মুক্তি দেউল'ত সুখৰ পঞ্চায়ত ৰাজ প্ৰতিষ্ঠা কৰি দুখীয়া-নিচলাক স্বাৱলম্বী কৰা ৰাভাদেৱৰ একমাত্ৰ পণ আছিল। অভাৱৰ অথাই-সাগৰত ককবকাই ফুৰা মানুহৰ স্বভাৱ নষ্ট হোৱাটো স্বাভাৱিক কথা। তেনে অৱস্থাত নৈতিক ভ্ৰষ্টাচাৰ বৃদ্ধি হয়, আধ্যাত্মিকতা পলাই পত্ৰং দিয়ে, ধৰ্ম্মৰ নামত গ্লানি হয়, আচাৰকে ধৰ্ম্ম বুলি মানুহে অপপ্ৰয়োগ কৰে। অসমীয়া সামাজিক জীৱনৰ ধ্বজাস্বৰূপ সত্ৰ-সভাবিলাক ইতিমধ্যে মৌন কিম্বা নিষ্ক্ৰিয় হৈ পৰিল। ধনেই ধৰ্মৰো মূল হোৱাৰ দৰে হ'ল। তাকে দেখি বিস্ময়ত ৰাভাদেৱৰ লিখনিত সৃষ্টি হ'ল নতুন গীতৰ :

"সৰু বৰ বীজ মন্ত্ৰ
গুপুত সাম্যৰ তন্ত্ৰ
আছে গুপ্তভাৱে সেই হৃদয় কমলত,
যাৰ হৃদয়ৰ পুৰা
বয় সমতাৰ ধাৰা
সমানে সমানে ধুই পবিত্ৰ জলত
কৰি মুক্তিস্নান
হ'ই সাম্যময় জ্যোতিষ্মান,
জগতবাসীয়ে পাব সমানে জগত।

দূৰ হ'ব শোষক শোষণ মহাপাপ
শোষণৰ বেদন যন্ত্ৰন, জ্বালা হ'ব চুৰমাৰ
শোষক শোষিত ছাৰখাৰ
দহন দলন ক্লেশ
নিপীড়িত নিৰ্য্যাতন হ'ব আজি শেষ
নিস্পেষণ, হেজাৰ যন্ত্ৰণা
সকলোৰে হ'ব অৱসান।
শ্ৰেণীহীন
জাতি-দল-বিভেদ-বিহীন
হ'ব এক অভিনৱ নতুন সমাজতন্ত্ৰ
উচ্চাৰিত মহামন্ত্ৰ
চলাই সাম্যৰ যন্ত্ৰ
বিশ্ব সংঘৰ মিলি সবে
কৰিব শাসন
ৰজা হ'ব হীন জনগণ
গঢ়ি পাতি সুখৰ সমাজ
"পঞ্চায়ত ৰাজ।"

নিৰ্য্যাতীত, নিস্পেষিত সকলৰ মুক্তিৰ হকে জনতাক আহ্বান জনাই গাইছিল :

"হে বিপ্লৱী বীৰ অধিনায়ক হে,
দিয়া অগনি বাণী বিপ্লৱৰ
ভাঙা বন্দীশাল কৌটি কালৰ
মুক্তি হৌক নিৰ্য্যাতীতৰ।"

গণতন্ত্ৰত ৰাইজেই ৰজা। গণতন্ত্ৰত জনতাই প্ৰথম, জনতাই প্ৰধান, জনতাই উৎস। জনতাৰ সহযোগ সাপেক্ষেহে গণতন্ত্ৰ টিকে। কৰ্ম্মচাৰীসকল হ'ল ৰাইজ সেৱক। কোনো ব্যক্তি বা ৰাজনৈতিক গোট অথবা দলৰ আজ্ঞাবাহক ভৃত্য নহয়। জনতাক হেয় প্ৰতিপন্ন কৰি, শোষণ-নিস্পেষণ চলাই লাঠী গুলী মাৰি নিৰ্য্যাতীত কৰি গণতন্ত্ৰক চিৰস্থায়ী কৰিব নোৱাৰি। "মামীৰ হাৰ', নামৰ গল্পটোত হৰেন ৰাজবংশী নামৰ হোজা, সৰল, গাৱঁলীয়া মানুহজনৰ সৰলতাৰ সুযোগ লৈ, আইনৰ মেৰপাকত পেলাই, সত্যবাদী হৰেনক বিনাদোষত দোষী সাব্যস্ত কৰি জেলত ভৰাই থোৱাৰ কাহিনী আছে। কাহিনীটো সত্য যেন লাগি যায়

মনত। আইনৰ চকুত সকলো সমান। প্ৰমাণৰ অভাৱত দহজনা দোষী সাৰি গলেও যাওক, কিন্তু নিৰ্দ্দোষী এজন লোকো যাতে বিপদত নপৰে, তাক ন্যায়সঙ্গতভাৱে চোৱাটো আইনৰ নীতি। সেয়ে নহলে শত-সহস্ৰজন হৰেন ওসাই আহি, সিহঁতৰ সমন্বিত শকতিৰে বন্দীশালৰ দুৰ্গ ভাঙি লণ্ড-ভণ্ড কৰিব। গণতন্ত্ৰ আৰু কু-শাসন পৰস্পৰ বিৰোধী.। গণতন্ত্ৰত ৰাইজেই ৰজা।

"ৰাইজেই ৰজা মোৰ
প্ৰজায়েই ৰজা মোৰ
সুখৰে পঞ্চায়ত ৰাজ !!
সাজ। মুক্তি সেনা সাজ !!
হওঁ সমদল আজি বাজ
সুখৰে পঞ্চায়ত ৰাজে !!
নাই ভয়, নাই ডৰ
নাই একো ভিন্ পৰ
হ'ল শেষ যত ফাঁকিবাজ !!
সুখৰে পঞ্চায়ত ৰাজ !!
জৰ্জ্জৰ কণ্ঠৰ
হৃদয়ৰ মৰ্ম্মৰ
শত বেদনাৰ সোঁত ব'ল।
শত বা যক্ষৰ
বন্যাৰে ৰক্তৰ
ৰক্তিম কলিজাৰে ঢল।
দূৰ হ'ল দুখীয়াৰ দুখ
আজি হ'ল শোষিতৰ সুখ
কত শত যুগৰ
কত কোটি শ্বহীদৰ
মৃত্যুৰ স্মৃতি এই তাজ।
উদিছে নবীন সূৰ্য্য
বাজিছে বিজয় তূৰ্য্য
জাগ দীন-হীন শৌৰ্য্য
উজ্জীৱিত নৱ-বীৰ্য্য
শাসে নৱ জন-গণ ৰাজ
সুখৰে পঞ্চায়ত ৰাজ !!"

দেশত 'গণৰাজ' প্ৰতিষ্ঠাৰ দ্বাৰা সুথৰ পঞ্চায়ত ৰাজৰ জৰিয়তে স্বায়ত্ব শাসনৰ ভাৰ দুখীয়া নিচলা ৰাইজৰ হাতত অৰ্পন কৰি, ক্ষমতাৰ বিকেন্দ্ৰীকৰণৰ দ্বাৰা অৱহেলিত, অনাদৃত গ্ৰাম্য জনসাধাৰণৰ সৰ্ব্বাঙ্গীন উন্নতি ৰাভাদেৱে মনে প্ৰাণে বাঞ্ছা কৰিছিল যাতে জকাইচুক, ওঙ্গাবৰা চুকৰ নিচিনা যমৰো আওহতীয়া গাঁৱতো ৰঙাই ভদীয়া-বাপধনহঁতে অন্ন-বস্ত্ৰ-সংস্থানৰ উপায় লাভ কৰিব পাৰে—নহলে ৰাইজৰ দুৰৱস্থাৰ বুজলৈ অভাৱ পূৰণ কৰি দিবলৈ গাৱঁলীয়া আলিবাটৰ আঠুৱনীয়া বোকা-পানী ফেনেকি, গাঁৱৰ ঘোলা পানী খাবলৈ কোননো যাব? 'দুখীয়াৰ ভগা পঁজা একোখনি তীৰ্থ তাত, একোখনি পুণ্যৰ আশ্ৰম' বুলি কবিয়েহে কবিতাত লিখে। বিষ্ণুপ্ৰসাদ ৰাভাই তাকে দেখি কৈছিল, "শিল্পী জীৱন সঁচাকৈ এটা জেলখানা। শিল্পী তাৰ কয়দী, আৰু দণ্ড-মুণ্ডৰ কৰ্ত্তা হ'ল সিহঁত, যাৰ ধন আছে, সংস্থান আছে, আৰু আছে নিঃসহায়, শিল্পীক প্ৰৱঞ্চনা কৰাৰ চতুৰালি!" গতিকে ৰাভাদেৱে 'চিৰ-মুকুতি'ৰ গীত ৰচনা কৰিলে:

"এই ধৰণীৰ
চিৰ মুকুতিৰ
ৰণ্ নিৰভয়ে দিম;
কৰি আমৰণ
জীৱনৰ পণ
আমি মিলি যুঁজ দিম॥

ডৰ ভয় নকৰিবি
পাছ-পিছ নপৰিবি
দোপে দোপে খোপে খোপে
আগুৱাই
আগবাঁঢ়ো আহ ব'ল।
একেলগে মিলি একেছিপে
গ'ই ভাঙো শত্ৰুৰ ব'ল!!
কৰি আমৰণ
জীৱনৰ পণ
আমি মিলি যুঁজ দিম!!

দুখৰ বলিয়া আকাশত
নতুন সুৰুযে দিয়ে দেখা
ৰাঙলি বেলিৰ পোহৰত
দেখো মুকুতিৰ পথ-ৰেখা ;
সেই পথেদিয়েই গ'লে আগুৱাই
দলিতৰ হ'ব জয়—
বিজয় নিচান দিম উৰুৱাই
পুৰণিৰ হ'ব ক্ষয় ॥
কৰি আমৰণ
জীৱনৰ পণ
আমি মিলি যুঁজ দিম ॥"

প্ৰপীড়িত সৰ্বহাৰাৰ মুক্তি কামনা কৰি-'মুক্তি দেউলত' লিখিলে :

নাচোনৰ তালে তালে
পুষ্পিত বননি
ছেৱে ছেৱে হালে জালে
বিকশিত ফুলনি ।
আমোল মোল কৰে
গুৱনী ধৰণী
পুষ্পিত সুবাসিত গন্ধে··· ··· ••• ॥"

আশাৰ ন-জিলিকনি ৰিনিকি ৰিনিকি দেখা পাই, আশাবাদী ৰাভাদেৱে লিখিলে :

" আহ অ' ন-জিলিকনি
জিলিকনি
আহ অ' ন-জিলিকনি
পোহৰাই তোল এই ধৰণী
শান্ত কৰ দুখৰ আগনি ।
নহ'লে যে ছাই
হায় ! হায় !! হায় !!!

পৃথিবী ভুবনি
চিৰ নৱ জিলিকনি !!
উৰুৱাই মৰু মৰতলৈ
শান্তিৰ কপোত্-কপোতী
দে মেলি ডেউকাৰ ছাঁত
শান্তি
প্ৰগতি জিলিকনি
অ'-ন-জিলিকনি !!!"

## সংস্কৃতিৰ সাধক বিষ্ণু ৰাভা

১৯৫৬ চনৰ ৩১ জুলাইৰ দিনা বিষ্ণু ৰাভাই লিখিছিল, "ঝঞ্ঝাবিজয়ী আত্মাৰ গৰাকী নহ'লে শিল্পী হ'ব নোৱাৰে। যিমানেই দুৰ্য্যোগ আহঁক আধ্যাত্মিকেই হওক, আদি দৈবিকেই হওক, একোতেই সিইঁত বিচলিত নহয়। সেই সুন্দৰক উপভোগ কৰিবলৈ প্ৰয়োজন হ'লে প্ৰশান্ত মহাসাগৰৰ গভীৰ তলিত শামুক বুটলি লৈ তাৰ গৰ্ভ ফালি মুকুতা উলিয়াই তাৰ সৌন্দৰ্য্য, গৌৰীশঙ্কৰৰ টিঙত উঠি, জালি-কালি মুকুতাৰ সেই অপৰূপ সৌন্দৰ্য্য, আনকি মহাকাশলৈ গৈ মহাশূণ্যৰ অভূতপূৰ্ব্ব সৌন্দৰ্য্যও উপভোগ কৰিবলৈ জানিব লাগিব। তেতিয়াহে হ'ব সি শিল্পী।"

ৰাভাই কৈছিল, "মই হেনো এজন শিল্পী। যদি হওঁ, ভগৱানৰ কৰুণা লৈ এই অধমজন শিল্পী হোৱা নাই। তেনেকৈ গঢ়িছে, ৰাইজেহে। ৰূপতন্ত্ৰৰ সাধনা সহজ সৰল নহয়, অতি কঠিন অতি কঠোৰ। ৰূপতীৰ্থৰ যাত্ৰীসকলে জীৱন জুৰি চৰিলেও, ভ্ৰমিলেও অসীম ৰূপৰ সাধনাৰ শেষ নেপায। এনে এই ৰূপ। যাৰ সীমা নাই, অন্ত নাই। এনে ৰূপতান্ত্ৰিক সকলহে শিল্পী হ'বৰ অধিকাৰী। শিল্পী হ'বলৈ হ'লে, "ঝঞ্ঝাবিজয়ী আত্মাৰ গৰাকী হ'ব লাগিব, তেহেঁ সি গৌৰীশঙ্কৰৰ জটাৰ উইঁৰ সোণালী লহৰাত দেহা তিয়াব পাৰে। প্ৰশান্তৰ গভীৰ তলিৰ শেলুৱৈৰ মাজত শামুক বুটলি, তাৰ গৰ্ভৰ থকা মুকুতা লভিব পাৰে। ৰূপতীৰ্থৰ যাত্ৰীসকলৰ কিছুমানেহে ৰূপতান্ত্ৰিক হয়, আৰু সেই ৰূপতান্ত্ৰিকৰ অতি-কমেহে সিদ্ধ জ্ঞান লভে। সিয়েই হয় আচল শিল্পী—যি এনে ৰূপতন্ত্ৰত সিদ্ধপুৰুষ। মই সিদ্ধশিল্পী নহওঁ, ৰূপতীৰ্থৰ যাত্ৰী সকলৰ এজনহে। মই ৰূপতন্ত্ৰৰ সাধনাৰ পাতনিহে মেলিছোঁ। সাধনাৰ মুখখনি কাহানি দেখা পাম ক'ব নোৱাৰোঁ।

শিল্পীৰ জীৱন সংগ্ৰামী, ভলাৰ বগৰিৰ দৰে"। আত্মকথাত ৰাভাই লিখিছে, "শিল্পীৰ জীৱন সততে গোটেই পৃথিৱীৰ ইতিহাসতে বৰ বাৰু নহয়। অসমীয়া শিল্পীৰ জীৱন তুলনামূলকভাৱে পানীত হাঁহ নচৰা।" ...অসমত এটি ফিল্ম ষ্টুডিওৰ বাবে খৰতকীয়া প্ৰচেষ্টা লাগে। অসমৰ কলাসেৱক সকলৰ, সংহতি, ৰাজহুৱা সবল সঁহাৰি। চৰকাৰী উদ্যোগৰ আৱশ্যক হ'ল, যাতে অসমীয়া ছবিৰ ভৱিষ্যতৰ আঁৰকাপোৰ নতৰে।

উল্লেখযোগ্য যে বিষ্ণুপ্ৰসাদ ৰাভাই শঙ্কৰী ক'লা প্ৰতিষ্ঠান'ৰ এখন পৰিকল্পনা আৰু আঁচনি প্ৰস্তুত কৰিছিল। তাত প্ৰশিক্ষণ, গৱেষণাৰ সকলো দিশ, বৰ গীত

অস্থায়ী ভাওনা, খোল সজা, তাল সজা, দৃশ্যপট অঁকা সকলোবোৰ কৰি অসম চৰকাৰৰ ওচৰত দাখিল কৰিছিল। সেই পৰিকল্পনা চৰকাৰী ফাইলত নিশ্চয় আছে।

জ্যোতি চিত্ৰবন নিৰ্মানৰ গুৰিত, ৰবীন্দ্ৰ ভৱন নিৰ্মাণৰ গুৰিত, বিষ্ণুপ্ৰসাদ ৰাভা আছিল। অসমৰ ডেকা চামক শিল্প সাধনা আৰু ছবি নিৰ্মাণত আগবাঢ়ি আহিবলৈ আহ্বান জনাই কৈছিল, "এতিয়াৰ চামে পুৰণা চামৰ আহিত বা উদগণিত আগবাঢ়ি কিবা এটা কৰক। শৰাইঘটীয়া ৰাইজে কৰোঁ বুলিলে কি নোহোৱাকৈ পাৰে? হিয়া-উজৰা আশা-শুধীয়া কামনা ৰ'ল আগলৈকে।"

বিহু পতাকা উত্তোলন কৰি এঠাইত কৈছিল, "হে অসমীয়া ৰাইজ! হে অসমৰ ৰূপতীৰ্থৰ যাত্ৰী সকল। আপোনালোকৰ আদেশ আৰু শুভেচ্ছাৰে বলীয়ান হৈ মই আজি বিহুৰ দিনত, পুৰণি আৰু নতুন বছৰৰ সংগমৰ দিনতপ্ৰতিজ্ঞা কৰিলোঁ। মই সাংস্কৃতিক আন্দোলনৰ নেতৃত্ব আজিৰপৰা গ্ৰহণ কৰিলোঁ। ৰূপতীৰ্থলৈ যাত্ৰা কৰাৰ এই শুভমুহূৰ্ত্তত 'ৰাভা সঙ্গীত'ৰ গীতেৰে অসমৰ, ভাৰতৰ, জগতৰ আকাশ বতাহ মুখৰিত কৰি তোলোহঁক। আহক, আমি একেলগে গীত গাই গাই আমাৰ ৰূপতীৰ্থলৈ যাত্ৰা কৰোহঁক।" ইয়াৰ পিছত 'অ' অসমীয়া ডেকা দল' গীতটো নিজে লগাই দি, গাইছিল, গোৱাইছিল।

'অজ্ঞাত বাস'ৰ কথা বৰ্ণনা কৰি লিখিছিল, "মোৰ অজ্ঞাতবাস জীৱনত বিৰাট পৰ্ব সৃষ্টি কৰি, বিৰাট শকতিৰ সাধনা কৰোঁ'। এই শকাত ৰাইজৰ ৰাজহুৱা শকতি, যি শকতিয়ে বিধাতাকো টলাব পাৰে।......তদুপৰি মোৰ শিল্প সাধনা আছেই। অজ্ঞাতবাসত মোৰ শিল্পী জীৱনত এটি অজ্ঞাত অধ্যায় অৰ্জ্জন কৰোঁ, যাক অধ্যয়ন নকৰিলে মোৰ শিল্পী জীৱন অপূৰ্ণ থাকিল হেঁতেন। জনতা অফুৰন্ত কলা শিল্পৰ ভঁৰাল।"

'সূৰ্য্যোদয় সংঘ'ৰ দ্বাৰা 'নটৰাজ' থিয়েটাৰ উদ্বোধনী উৎসৱত ভাষণ দিওঁতে কৈছিল, "শ্ৰদ্ধেয় কলামোদী ৰাইজ! হে মোৰ সুন্দৰৰ পূজাৰী সকল। আপোনালোকে সুন্দৰৰ সাধনা কৰিবলৈ নেৰিব, কলা কৃষ্টিৰ কথা পাহৰি নেযাব। বিশ্বৰ দৰবাৰত ভাৰতীয় সংস্কৃতিৰ স্থান কোনো গুণে হেয় নহয়। অসমৰ শিল্প কলাৰ স্থানো মন কৰিবলগীয়া।...। এইবোৰ অনুষ্ঠান গঢ়ি উঠাৰ গুৰিতৰাইজৰ আশীৰ্ব্বাদ লাগিবই।" সেই দিনা সেই থিয়েটাৰতে 'বেউলা' নাটকখন চাই 'বেউলা'ৰ অভিনয় কৰা, জাগীৰোডৰ অনুপমা বৰুৱাৰ অকৃত্ৰিম আৰু স্বাভাৱিক অভিনয়ে আচল বেউলাৰ নিচিনা কৰা দেখি, অনুপমাবৰুৱাক উৎসাহ উদ্দীপনা যোগাই হিয়া উজাৰি আশীৰ্ব্বাদ দিছিল।

# নাট্যকাৰ সাহিত্যিক ৰাভা

বিষ্ণুপ্ৰসাদ ৰাভাই ভালেমান নাটক, উপন্যাস, গল্প, প্ৰবন্ধ, গীত আদি লিখি সাহিত্য জগতলৈ অমূল্য অৱদান আগবঢ়াই থৈ গৈছে। সোণামুৰা গাঁৱৰ কাহিনীৰে (১) সোণামুৱা গাঁৱৰ গেঙনি ৰেঙনি নাটক লিখিছিল। (২) শঙ্কৰদেউ আৰু (৩) মাধৱদেউ পাল্লা দুখন দুঘণ্টাতে লিখি ৰেকৰ্ডিং কৰাইছিল। (৪) 'পঞ্চায়ত' কাকতখন সম্পাদনা কৰি উলিয়াইছিল। (৫) 'ন পৃথিৱীৰ নতুন যুগ' ৰচনা কৰিছিল। (৬) সোনপাহি উপন্যাস, (৭) বড়ো জাতিৰ ইতিহাস, (৮) ৰাভা জাতিৰ ইতিবৃত্ত, (৯) মামীৰ হাৰ গল্প, ১০) হিয়াৰ পুং গল্প, (১১) কুৰি বছৰ জেইল (গল্প), (১২) নিজৰ জীৱনী 'আত্ম কথা', (১৩) বোৱঁতী সুঁতি (প্ৰবন্ধ), (১৪) নৃত্যনাট্য 'মুক্তি দেউল', (১৫) অসমীয়া কৃষ্টিৰ চমু আভাস, (১৬) অসমীয়া কৃষ্টি, (১৭) মোহ, (১৮) জীৱন নৈৰ সিপাৰে, (১৯) জনজাতীয় সংস্কৃতিত শিৱ, (২০) আলিয়াই-লিগাং (প্ৰবন্ধ), (২১) সুৰৰ দেউল, (২২) চিফুং বাঁহীৰ সুৰ, (২৩) সীমান্তৰ সৈনিক, (২৪) জ্যোতিৰ জেউতি, (২৫) মৰি বুৰঞ্জী, (২৬) মতক সম্প্ৰদায়ৰ ইতিহাস, (২৭) দিমাছা কছাৰীৰ বুৰঞ্জী, (২৮) বানে কেবাং, (২৯) মিছিং কনেং, (৩০) দেউতাৰ জীৱনী (৩১) ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে, (৩২) জীৱন লালসা (উপন্যাস), (৩৩) বড়ো কৃষ্টি, (৩৪ একাঙ্কিকা 'চিঠি', (৩৫) মোৰ প্ৰিয় ভূমিকা, (৩৬, বুঢ়া লুইতৰ বিননি, (৩৭) কুশল কোৱঁৰ আদিৰ উপৰিও বহুত গীত, বাঁহীৰ 'চিত্ৰলেখা' শিতানত শ্ৰী শ্ৰী শ্ৰীমতী কলাৱতী (নৃত্যকলা) ডেকাগিৰিৰ দান, তাণ্ডৱনৃত্য আদিও লিখি থৈ গৈছে। 'নায়ক' নামৰ মোহিনী মোহন ব্ৰহ্ম, গোৱালপাৰা ছাত্ৰাবাস, উজান বজাৰ, গুৱাহাটীৰ দ্বাৰা প্ৰকাশিত আলোচনী খনত অসংখ্য প্ৰবন্ধ, গল্প, কাহিনী আদি লিখিছিল। সঙ্গীত আৰু শ্ৰী শ্ৰী শঙ্কৰদেৱ গায়ন নামৰ বহুমূলীয়া প্ৰবন্ধটো, দ্বিতীয় বছৰ, তৃতীয় সংখ্যা 'আৱাহন'ত প্ৰকাশ হৈছিল। ৰাভাৰ 'বৃহত্তৰ অসমৰ পৰিকল্পনা' নামৰ এলানি প্ৰবন্ধ সাহিত্যৰথী বেজবৰুৱা দেৱ সম্পাদিত 'বাঁহী'ত ১৯৩০ চনৰপৰা একেলেঠাৰিয়ে প্ৰকাশ কৰিছিল। 'নাৰী-নৰ' নামৰ ২০২ শৰীয়া কাব্যগ্ৰন্থ এখনো লিখিছিল। "শঙ্কৰী সাহিত্যৰ সঙ্কলন" এখনো তেখেতে লিখিছিল, আৰু বহুতো অপ্ৰকাশিত পুথি তেখেতে লিখি থৈ গৈছে।

ৰাভাদেৱৰ লিখনিত থাটি অসমীয়া শব্দৰ অপূৰ্ব্ব সংযোজনে তেওঁৰ সৃষ্টিৰ বিশিষ্টপূৰ্ণ বৈশিষ্ট্যৰ সাক্ষ্য বহন কৰে। উদাহৰণ স্বৰূপে 'সোণপাহি' উপন্যাসৰ পাতনিৰ একাংশ পঢ়িলেই বুজিব পৰা যায়।

…"বলিয়া হাতী!…এৰা. নগৰত কোনোবা মহাজনৰ পাগলা হাতী। পিয়ৰীয়ে ভাং খুৱাই 'বালক দাস' নামৰ হাতীটোক যেন ৰাইজৰ মাজত এৰিহে দিছে। উৰাদিহ নাই।

ভয়ত ৰাইজৰ পিলাই কোঁচ খায়, ৰাইজ পিয়াপি দিয়ে। ক'ৰ ৰাইজে যে ক'লৈ যায়, তাৰ ঠিকনা নাই। ৰাজহুৱা ৰাইজৰ জুলিত আউল লাগে।

… …

কম্‌ৰেড বৰুৱা আৰু মই সেইদৰেই ওলাওঁ।

নিজম্ নিমাত, নিশিৰাশিৰ, জোনাক-নিশা, বাহিৰত জোনোৱালী এন্ধাৰ। আকাশত ভাৰৰৰ চিন চাব নাই। ফট্‌ফটীয়া জোনাক; তৰাবোৰেও তিৰবিৰাই জক্‌মকায়।

বিপ্লৱ প্ৰতিমূৰ্ত্তিৰ দৰে বাজ হৈ ওলাওঁ।…উত্তৰমুৱা। জোনোৱালী পোহৰ পিওঁ।

জুমে জুমে ৰাইজ আহি গোট খায়। চিফুং বাঁহী ইনাই বিনাই চিঞৰি উঠে, থাম্‌মাদল গুম্‌গুমায়, চাবে চাবে, ছেৱে ছেৱে, তালে তালে হালি-জালি নাচে। ৰূপোৱালী জোনাকী ৰহন সানি যেন একোটা একোটা ৰূপোৱালী মুৰতিহে, জ.ৱন্ত। উলাহৰ মুৰতি বিলাহৰ মৌ বোৱায়। সেইবিলাই ওপৰ-চকুৱাৰ নিজৰি নহয়, অন্তৰৰ কন্দ।

পিচদিনা থাই-বৈ তুয়ো ওলাওঁ; সৰ্বহাৰাৰ মুক্তিবাসী বিপ্লৱ পথৰ যাত্ৰী। বিদায় পৰত ৰাইজৰ তেজ হেপাহঁ শেতাঁ পৰে।

এয়েই ৰাইজৰ মৰম-চেনেহৰ পহিলা-চিনাকি।

'কালচাৰ' সম্পৰ্কে ৰাভাই লিখিছিল, "বহুবাৰ কোৱা হৈছে কাব্য. গান, শিল্প, দৰ্শন, ধ্যান-ধাৰণা, আচাৰ-অনুষ্ঠান, ভদ্ৰতা, শিষ্টাচাৰ, নীতি-নিয়মকেই সাধাৰণতঃ মানুহে বুজে কৃষ্টি বা সংস্কৃতি বা 'কালচাৰ' বুলি। অৱশ্যে এইবোৰ কৃষ্টিৰ গৰকতেই জন্ম সঁচা; কিন্তু দৰাচলতে, মানৱৰ বাস্তৱ প্ৰয়োজনত যাৰ জন্ম, মানুহৰ জীৱন-সংগ্ৰামত যি শকতি, জীৱন-যাত্ৰাৰ উদ্দেশ্য যি মুকুতি, সেইটোহে আচল কৃষ্টি, প্ৰকৃত সংস্কৃতি. 'ৰিয়েল কালচাৰ।' জীৱন যাত্ৰাৰ ঘাত-প্ৰতিঘাতত যেনেকৈ কৃষ্টিৰ ৰূপান্তৰ ঘটে, সংস্কৃতিৰ আলম লৈ মানৱৰ জীৱন যাত্ৰাও তেনেকৈ আগুৱাই

যায়। গতিকে জীৱন যাত্ৰাৰ লগত কৃষ্টি-সংস্কৃতি হাড়ে-হিমজুৰে পাক খাই ওতঃপ্ৰোতভাৱে জড়িত হয়। যি জাতিৰ কৃষ্টি-সংস্কৃতি গতিশীল নহয়, সেই জাতিৰ জীৱন-যাত্ৰাও থিৰ হৈ থাকে।" জ্যোতিপ্ৰসাদ আগৰৱালাই অৱশ্যে কৈছিল, অসমীয়া ডেকাৰ মেধা, মনীষা, প্ৰতিভা নোহোৱা নহয়। কেৱল সাধনা আৰু তপস্যাৰ বিমুখতাৰ বাবেই আমি তাক ফুলাই তুলিব পৰা নাই। চন্দ্ৰকুমাৰ আগৰৱালাদেৱে কৈছিল, "অসমীয়া জাতিৰ প্ৰতিভা ভাগ্যৰ জাপৰ তলত সোমাই আছে। সুযোগ আৰু সুবিধা পালেই এদিন সি ভমকাই উঠিব।"

'মুক্তি দেউলত লিখা গীতৰ ভাষা এনেধৰণৰ :

"চিৰ সুন্দৰ দেউলৰ ;
য'ত
সত্য থাকে অবিৰত ;
তমোহৰ দেৱে কৰে ধ্যান
মানৱৰ মঙ্গল কল্যান,
মুক্তি বিধান ;
মুক্তি আলোকিত হয়
বিশ্ব আলোকিত
হয় উদ্‌ভাসিত
চিৰ সুন্দৰ।
যাৰ অভ্যন্তৰ
তোলে আলোড়ন উঠি
সুৰ মনোহৰ
একসাম্য অমৃত সাগৰ।"

বিষ্ণুপ্ৰিয়া ৰাভা ঠাকুৰীয়াৰ ছদ্মনামতো ৰাভাদেৱে "বাহী"ত একাঙ্কিকা নাটক-নাটিকা আৰু প্ৰবন্ধ পাতি লিখিছিল।

ৰাভাৰ নৰ-নাৰী নাম দি মহাকাব্যৰ আহিঁৰে ২০২ শৰীয়া কবিতা এটা ৩-৫-১৯৫৯ তাৰিখে 'অসম বাণী'ত প্ৰকাশ হৈছিল। তাৰ আৱৰ্ত্তণি এনে ধৰণৰ :

"উভয়ে পুনৰ
আমি দুয়ো মিলিলোঁহ আদি নাৰী-নৰ
ভূ-লোক দ্যুলোক আৰু ভূৰ্লোক ফুৰি ফুৰি
উলাহেৰে বিচাৰি বিচাৰি
আকউ পালোঁহি সেই পৃথিৱী পুৰনি
জৰাজীৰ্ণ নাগিনী ধৰণী
অসভ্যা, উলঙ্গা, বৰ্ব্বৰা, কুৎসিতা, ধৰিত্ৰী পতিতা।"

'আদাম' আৰু 'ইভ'ক বুকুত সাবটি লৈ ২০২ শাৰীয়া কবিতাটো লিখিছিল। ৰাভাৰ মতে বিনন্দীয়া সংসাৰৰ সুদৰ্শন চক্ৰৰ জৰিয়তে মানুহ কেইবাবাৰো জন্ম গ্ৰহণ কৰে কিন্তু কেনেকৈনো মানুহে পুনৰ জন্ম গ্ৰহণ কৰে, জগতখন প্ৰথমতে কেনেকৈ সৃষ্টি হ'ল, তেওঁ যেন পোনতে একো বুজাই নাছিল। পিছত সৃষ্টিতত্বৰ উমান পাই লিখিলে :

"জানিলো প্ৰথম তেবে
কেনেকৈ কৰেনো সৃষ্টি।
মানুহৰ হৃদয়ত জাগিল প্ৰচণ্ড
সুপ্ত, মহান শকতি।
পালো এক নতুন প্ৰেৰণা,
এক নৱ অনুভূতি।"

# অভিনেতা-চিত্ৰ পৰিচালক ৰাভা

বিষ্ণুপ্ৰসাদ ৰাভা এজন নিখুঁত অভিনেতা আৰু সুদক্ষ পৰিচালক আছিল। তেওঁ নটসূৰ্য্য ফণী শৰ্মাৰ লগত 'কাৰাগাৰ' নাটকত কংসৰ চৰিত্ৰ, 'নাদিৰছাহ' নাটকত নাদিৰ ছাহ, 'চিৰাজ' নাটকত অঘোনা লগুৱা, 'কিয়' নাটকত গোৱালপৰীয়া জনজাতীয় লগুৱা গেঠু, 'আলি বাবা' নাটকত 'মাৰ্জিয়ানা', 'মিছৰ কুমাৰী' নাটকত মিছৰৰ পুৰোহিত চামন্দেৰ চৰিত্ৰ নিখুঁতভাৱে অভিনয় কৰিছিল। পলাশবাৰীৰ 'খনা' নামৰ নাটক এখন পৰিচালনা কৰিছিল।

বেলশৰ আৰু মছলন্দপুৰত সাংস্কৃতিক সন্মিলনৰ সভাত সভাপতিত্ব কৰি অসমীয়া কৃষ্টিৰ আভাস বহলাই কৈছিল। ১৯৩৬ চনত তেজপুৰত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ অধিবেশনৰ সাংস্কৃতিক দিশটো জ্যোতিপ্ৰসাদ আগৰৱালা, ফণী শৰ্মা আৰু বিষ্ণুপ্ৰসাদ ৰাভাই আপ্ৰাণ্তিক চেষ্টা কৰি উজ্জ্বল কৰি তুলিছিল।

১৯৫৮ চনত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ অধিবেশনৰ সাংস্কৃতিক সন্মিলনৰ সভাপতিত্ব কৰিছিল, আৰু তাত পাঠ কৰা ভাষণখন, লৰালৰি হোৱাত হাতে লিখা অৱস্থাতে পাঠ কৰিছিল। কিন্তু সেই ভাষণখন পিছত ছপা হৈ সম্ভৱত ওলোৱা নাই।

'এৰাবাটৰ সুৰ' কথাছবিত 'ভুজলুং কাকা'ৰ অভিনয় কৰিছিল আৰু সেইখন কথাছবিৰ প্ৰধান উপদেষ্টাও আছিল। 'জয়মতী' আৰু 'মনোমতী' কথাছবিত নৃত্য পৰিচালনা কৰিছিল। ড° ভূপেন হাজৰিকাৰ অগতানুগতিক বাংলা কথা ছবি 'মাহুত বন্ধুৰে'ত জনজাতীয় হাতী মাউতৰ নিখুঁত অভিনয় কৰিছিল। 'পিয়লি ফুকন' কথাছবিৰ প্ৰধান উপদেষ্টা আছিল। 'প্ৰতিধ্বনি' কথাছবিতো অভিনেতা আৰু উপদেষ্টা আছিল। সেই ছবিখনৰ খাচী ছিয়েমৰ জটিল চৰিত্ৰটোৰ উৎকৃষ্ট অভিনয় কৰিছিল। 'অমৰ লক্ষ্মীনাথ' ডকুমেণ্টেৰী ছবিখনৰ গীত ৰেকৰ্ডিং কৰিছিল। 'চিৰাজ' কথাছবিত যুটীয়া পৰিচালক আছিল, আৰু অনিলৰ মোমায়েকৰ চৰিত্ৰটো ৰূপায়ন কৰিছিল।

ভ্ৰাম্যমান থিয়েটাৰ 'নটৰাজ' 'অমৰ' 'ৰূপকোঁৱৰ', 'ভাগ্যদেৱী', 'পূৰ্বজ্যোতি' আৰু 'সুৰদেৱী'ৰ প্ৰধান পথ প্ৰদৰ্শক আছিল। অসমৰ ভ্ৰাম্যমান থিয়েটাৰৰ বাটকটীয়া ৺ ব্ৰজনাথ শৰ্মাৰ লগত অতি ঘনিষ্ঠতা আছিল।

অভিনয় সম্পৰ্কে ৰাভাদেৱে কৈছিল, অভিনয় অতি কঠিন সাধনা। ইয়াৰ সাধনাত সিদ্ধপুৰুষ হ'লে প্ৰকৃত অভিনেতা হ'ব পাৰে এজন কঠোৰ সাধকে। চৰিত্ৰৰ লগত সম্বন্ধ ৰাখি এজন অভিনেতাই আঙ্গিক, বাচিক, আহাৰ্য্য আৰু সাত্বিক আভৰণেৰে ৰস, ভাব, বিভাব, আৰু ব্যভিচাৰৰ আলম লৈ সেই চৰিত্ৰৰ আচল ৰূপ-গুণাদি প্ৰকাশ কৰে, ৰূপায়িত কৰে সেই চৰিত্ৰৰ আচল গুৰুত্ব অধ্যয়ন কৰি, তাৰ গুঢ়তত্ত্ব তথ্য আহৰন কৰি এই নাট্যকলাৰ পদ্ধতি অৱলম্বন কৰি ৰচনা কৰা হয় অসমৰ অঙ্কীয়া নাট, আৰু সেই প্ৰণালীতে পৰিবেশন হয় সত্ৰীয়া ভাওনা।"

১ম বছৰ, চতুৰ্থ সংখ্যা 'প্ৰবাহ' আলোচনীৰ ২১১ পৃষ্ঠাত ৰাভাই লিখিছিল, "সাৰ্থক নায়কৰ দোষ-ত্ৰুটি থাকিবনে নাথাকে আৰু থাকিলে কিমানখিনি ভাল আৰু কিমানখিনি বেয়া গুণ থাকিব—এই ধৰণৰ হিচাপ কৰাটো ভুল বুলি কোৱা হয়। দৈনন্দিন ঘটনাৰ টনা-আজোৰাত, ছোভিয়েত জন জীৱনৰ বাস্তৱ সংগ্ৰামত তাৰ অগ্ৰগতিৰ যি নেতা, তেওঁ হ'ল তেজ মঙহৰ এজন মানুহ তেওঁৰ দোষো আছে, গুণো আছে। তেওঁৰ গাত কোনো দুৰ্ব্বলতা নাথাকিব বা তেওঁ সকলো গুণৰ আধাৰ হ'ব, এনে ধৰণৰ চৰিত্ৰ আদৰ্শ নায়ক হ'ব নোৱাৰে।"

বলৰাজ সাহানি অসমলৈ আহোঁতে ড° ভূপেন হাজৰিকা আৰু বিষ্ণুপ্ৰসাদ ৰাভা তেওঁৰ লগত ফুৰিছিল।

## বিভিন্ন জনৰ দৃষ্টিত বিষ্ণু ৰাভা

(১) ড° ভূপেন হাজৰিকাই কৈছে, "ৰাভা এটি বিশেষ জাতিৰ বা বিশেষ গোষ্ঠীৰ লোক নাছিল। এই মৃত্যুঞ্জয়ী শিল্পী গৰাকী আছিল বিশাল ব্ৰহ্মপুত্ৰ সদৃশ। তেওঁক উপনদী কৰাটো তেওঁৰ আত্মাৰ প্ৰতি অপমান সূচক হ'ব যেন আমাৰ মনে কয়।"

(২) নিখিলেশ বৰুৱাৰ মতে, "মনত আছে প্ৰথম পৰিচয়তেই মানুহজনক বৰ সহজ আৰু নিচেই ওচৰৰ মানুহ যেন লাগিছিল। ইমান মিঠা ব্যৱহাৰ যে মানুহৰ হ'ব পাৰে, বিষ্ণুদাক লগ পোৱাৰ আগতে মোৰ ধাৰণা নাছিল। প্ৰতিভাৰ উজ্জলতাত তেওঁ আছিল দেদীপ্যমান, অথচ কি আচাৰ-ব্যৱহাৰ কি পোচাক-পৰিচ্ছদ ক'তো তাৰ বহিৰ্প্ৰকাশ নাছিল। এনেয়ে তেওঁৰ লগত কথা পাতিলে তেওঁক অতি সাধাৰণ মানুহ যেন লাগিছিল। অথচ তেওঁ আছিল এজন অনন্য সাধাৰণ গুণসম্পন্ন ব্যক্তি—একেধাৰে বাগ্মী, নৃত্যদি, সুনায়ক, গীতিকাৰ, সুৰকাৰ, অভিনেতা, পৰিচালক, চিত্ৰ শিল্পী আৰু সৰ্বোপৰি এজন নিঃস্বাৰ্থ দেশকৰ্মী।"

(৩) শোণিতকুমাৰ গজেন বৰুৱাই কৈছিল, "অসমীয়া সংস্কৃতিৰ বৰ পূজাৰী, নায়ক, বাদক, চিত্ৰকৰ, নৃত্যকৰ, অভিনেতা, খেলুৱৈ, নাট্যকাৰ, সুৰকাৰ, কবি, জীৱন শিল্পী, বিপ্লৱী শিল্পী বিষ্ণু ককাইদেৱে আমাক এৰি গ'ল ; থৈ গ'ল স্মৃতি—যি স্মৃতিয়ে অসমীয়া সংস্কৃতিক উজ্জল কৰি থব—ভৱিষ্যতৰ অসমীয়াক প্ৰেৰণা দিব, মহীয়ান কৰি তুলিব।"

(৪) মহেন্দ্ৰজিৎ সিংহ ফুকন, ওৰফে মহেন্দ্ৰ ডেকা ফুকনে ৰাভাৰ মৃত্যুত, ১৫ আহাৰ, ১৮৯১ শকঁৰ, 'দৈনিক অসম'ত 'বান্ধৈ' নামৰ কবিতাটোৰ চাৰিটা ছেদত লিখিলে :

"বান্ধৈ"

বিষ্ণুৰাভা কলাগুৰু শিল্পীৰ "বান্ধৈ"
তুমি হেনো অমৰালৈ গ'লা।
কিন্তু সখী জানো মই তুমি অসমৰ
চিত্তজুৰি চিৰজীৱি হ'লা॥

মোহিনী অসম মোৰ দুখীয়া হ'লেও
তোমাৰ স্মৃতিতে মহাধনী ।
সংস্কৃতিৰ পূণ্য ভূমি শুৱাই থাকিবা
সদানন্দ শিল্পী শিৰোমণি ॥

ৰাভাবংশ ৰাজবংশ ধন্য কৰি তুমি
বাছি ল'লা শিল্পৰ সাধনা ।
নট-ৰস-ৰাজৰূপে শিকালা সবাকে
সুন্দৰৰ পূজা আৰাধনা ॥

তোমাৰ নামকে লৈ শিল্পাশ্ৰম পাতি
শিল্পতে কৰিম প্ৰণিপাত ।
মাথোঁ তুমি দিবা সখী সপোনতো মোক
'বাইদে' বুলি একেষাৰি মাত ॥"

(৫) নলিনীবালা দেৱীয়ে লিখিলে :

"সুৰ দেলবৰ সুন্দৰ পূজাৰী কবি
জীৱন-মালঞ্চ সজালা সুৰদি সুৰে,
ৰূপ-সংস্কৃতিৰ সপোন আবেশ সানি
অসমী বুকুত চন্দন সুৰভি উৰে ॥

... ... ... ...

যোৱা সুৰ কবি নন্দন বনত
সুৰভি বিচাৰি পাবা,
ধৰণী বুকুত সুৰ দেউলত
তুমি চিৰঞ্জীৱি হ'বা ।"

(৬) প্ৰাক্তন মুখ্যমন্ত্ৰী ৺ বিমলা প্ৰসাদ চলিহাই কৈছিল, "আমাৰ ৰাজ্যখনৰ সংস্কৃতিৰ আকাশৰপৰা এটা উজ্জ্বল নক্ষত্ৰ অন্তৰ্দ্ধান হ'ল ।.........অসমৰ চলচিত্ৰ উদ্যোগৰ ক্ষেত্ৰতো স্বৰ্গীয় ৰাভা আছিল এজন বাটকটীয়া ।......মাৰ্ক্সবাদত তেওঁৰ অগাধ বিশ্বাস আছিল আৰু ৰাজ্যখনত এজন উল্লেখযোগ্য বিপ্লৱী কৰ্মীৰ ভূমিকাত অৱতীৰ্ণ হৈছিল ।

(৭) হেমাঙ্গ বিশ্বাসে কৈছিল, "ৰাভাৰ মৃত্যুৱে অসমৰ জনগণৰ কাৰণে কিমান তাণ্ডৱ বিপৰ্য্যয় আনিলে তাক বঙ্গদেশে উপলব্ধি কৰা টান। কিয়নো ৰাভাৰ দৰে সৰ্বতোমুখী সংগ্ৰামী ব্যক্তিত্বৰ লগত তুলনা দিয়াৰ' লোক-বঙ্গদেশত নাই। .........ৰাভা আছিল পাহাৰ আৰু সমতলৰ সবাতোকৈ প্ৰিয় লোক, সমন্বয়ৰ সেতু।

(৮) নটসূৰ্য্য ফণী শৰ্মাই কৈছিল, "ৰাভাৰ মৃত্যুত অসমে এটা হীৰামূলীয়া ৰত্ন হেৰুৱালে।"

(৯) শ্ৰীকমল নাৰায়ন চৌধুৰীয়ে লিখিলে ; অসমৰ সাংস্কৃতিক মৰিশালীত থিয় দি মহাৰণৰ মাজত মহাজীৱনৰ গঢ় দিওঁতা আছিল কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা।......তেখেতে শিল্পকলা, ভাস্কৰ্য্য আৰু ক্ৰীড়া জগতৰ আটাইবোৰ বৈয়াকৰনিক, যুক্তিবাদী মন আৰু অভিজ্ঞতাৰে অসমৰ সাংস্কৃতিক পথাৰত সৃষ্টিৰ কঠিয়া সিঁচি থৈ গ'ল। সি সোণোৱালী হৈ চিৰযুগমীয়া হৈ ৰ'ল।"

## অগতানুগতিক সংসাৰী ৰাভা

১৯৪৮ চন মানৰ পৰা বিষ্ণুপ্ৰসাদ ৰাভাই মোহিনী বসুমতাৰীক বিবাহ কৰোৱাৰ প্ৰস্তাৱ দি আছিল। বিষ্ণু ৰাভাই বিবাহৰ প্ৰস্তাৱ দিয়া স্বত্বেও মোহিনী বসুমতাৰী সন্মত হোৱা নাছিল এই কাৰণেই যে তেখেতে ৰাভাদেৱক গুৰু হিচাপে লৈছিল, আৰু আজীৱন গুৰু-শিষ্যা হিচাপে থকাৰ হাবিয়াস কৰিছিল। কিন্তু ৰাইজৰ মধ্যস্থতাত, সামাজিকভাৱে ১৯৫৫ চনৰ জানুৱাৰী মাহৰ ১৬ তাৰিখে বিষ্ণুপ্ৰসাদ ৰাভাৰ লগত মোহিনী বসুমতাৰীৰ বিবাহ ৰাজহুৱা ভাৱে সম্পন্ন কৰি দিলে। সেই মোহিনী বসুমতাৰীয়েই বিষ্ণু ৰাভাৰ এতিয়া থকা পত্নী মোহিনী ৰাভা।

মোহিনী ৰাভা তেজপুৰলৈ আহিল যদিও, এবছৰ ৩ মাহমান তেজপুৰত থকাৰ পিছত, ১৯৫৬ চনৰ এপ্ৰিল মাহত মছলপুৰ অঞ্চললৈ গ'লগৈ। তাত তেখেতৰ সম্বন্ধীয় খুৰাক এজন আছিল—নাম ৺কালী কুমাৰ লাহাৰী, গাওঁ লামিদাৰা মছলপুৰ, কামৰূপ। তাতে থাকি মোহিনী ৰাভাই কৃষক, বনুৱা আৰু নাৰী সংগঠনৰ কামত লাগি গ'ল। ইতিমধ্যে, তেখেতক কামৰূপ জিলা বড়ো মহিলা সমিতিৰ সভানেত্ৰীও পাতিলে। লগে লগে সৰ্বোদয় মণ্ডলৰ কামত তেখেতে আত্মনিয়োগ কৰিলে। তিনিটা বাস্কা মহিলা মণ্ডলৰ সভানেত্ৰী হৈ গাৱেঁ গাৱেঁ সৰ্বোদয় সংঘৰ হৈ নাৰী সংগঠনৰ কামত উঠি পৰি লাগিল সেই সময়তে সাংগঠনিক কামত তেখেত ইন্দোৰ, মহাৰাষ্ট্ৰ আদিলৈও গৈছিল। ১৯৬৪ চনৰ মে' মাহলৈকে তেখেতে বাস্কা-মছলপুৰ অঞ্চলত সৰ্বোদয় মণ্ডলৰ সাংগঠনিক কাম কৰি আছিল।

ইতিমধ্যে, ১৯৫৭ চনৰ ২২ জানুৱাৰীৰ দিনা বিষ্ণু ৰাভা আৰু কনকলতাৰ প্ৰথম পুত্ৰ সন্তানটিৰ জন্ম হয়। তেওঁৰ ঘৰত মতা নাম থুন্ থুন্ আৰু আচল নাম পৃথ্বিৰাজ ৰাভা। ১৯৬০ চনৰ ফেব্ৰুৱাৰী মাহত দ্বিতীয় পুত্ৰ সন্তানটিৰ জন্ম হয়। তেওঁৰ ঘৰত মতা নাম মুন মুন, আচল নাম হেমৰাজ ৰাভা। তেওঁৰ সোঁৱৰণী, জন্ম পত্ৰিকাদি নাই বাবে জন্মৰ বাৰ, তাৰিখ উলিয়াব পৰা নহ'ল।

১৯৬১ চনৰ ডিচেম্বৰ মাহত কনকলতা ৰাভাৰ অসুখ হ'ল। ডাক্তৰে 'ব্ৰেইন্ টিউমাৰ' বুলি কলে। বিষ্ণু ৰাভাই সঙ্গী জীৱন কলিতাৰ সৈতে মটৰ গাড়ী যোগাৰ কৰি, কনকলতাক অসম মেডিকেল কলেজ হস্পিটেল, ডিব্ৰুগড়লৈ

লৈ গ'ল। হস্পিটেলত ভৰ্ত্তি কৰায়েই জীৱন কলিতা গুছি আহিল। ১৯৬২ চনৰ ৪ ( চাৰি ) জানুৱাৰীৰ দিনা কনকলতাৰ ডিব্ৰুগড়তে মৃত্যু হ'ল। ৰাভাই জীৱন কলিতা আৰু কাৰোবালৈ টেলিগ্ৰাম কৰি খবৰটো দিলে। পাঁচ-বছৰীয়া পৃথ্বিৰাজ আৰু দুবছৰীয়া হেমৰাজ মাতৃহীন হ'ল। কনকলতাৰ মৃতদেহৰ ডিব্ৰুগড়ৰ চৌকিডিঙ্গিৰ কুম্ভ শইকীয়াৰ তত্বাৱধান আৰু ৰাখি, ঘিউ, টকা-পয়চা আদিৰ সহায়ত, অন্ত্যেষ্টিক্ৰিয়া সমাপন কৰিলে। তাৰ পিছত বিষ্ণুৰাভা আহি তেজপুৰ পালেহি।

পৃথ্বিৰাজ আৰু হেমৰাজ, দুয়োটি শিশু ৰাভাৰ সম্বন্ধীয় লোকৰ তত্বাৱধানতে আছিল।

কন কন শিশুদুটিক লৈ বিষ্ণুপ্ৰসাদ ৰাভা মহা সমস্যাতে পৰিল। মাক নথকাত ৫ বছৰীয়া পৃথ্বিৰাজ আৰু দুবছৰীয়া হেমৰাজে দেউতাকক এৰিবই নোখোজা হ'ল। সেইটো অৱশ্যে প্ৰত্যেক শিশুৰে স্বাভাৱিক কথা। ৰাভা সভা-সমিতিলৈ যাব লগীয়া হ'লত পৃথ্বিৰাজে বেচিকৈ আমনি কৰা হ'ল, কাৰণ সি তেতিয়া বুজন হৈছিল। হেমৰাজ দুবছৰীয়া হৈ আছিল কাৰণে ককায়েকৰ লগতহে উজান দিছিল। অন্যথা, ফুচুলাই থৈ যাব পৰা অৱস্থাত আছিল। দুয়োটি শিশুকে পিতৃ ৰাভাদেৱে পিতৃত্বৰ সমস্ত মৰম উবুৰিয়াই দি, দুয়োহাতে দুয়োকো কোলাতে লয়, মৰম কৰে। দুয়ো দেউতাকৰ আপোন ভোলা মুখখনলৈ চাই চাই মাকৰ অভাৱৰ কথা হয়তো পাহৰি থাকে।

সেই সময়তে এবাৰ ৰাভাদেৱ গোলাঘাটৰ অজন্তা ক'লা পৰিষদলৈ যাবলগীয়া হ'ল। ৰাভাদেৱে ভাবিছিল যে আগদিনা গৈ পিছদিনা ঘূৰি আহিব পাৰিব। পৃথ্বিৰাজে যাবলৈ ওলাল। সি কান্দি-কাটি হুলস্থুল লগালে। উপায়ন্তৰ হৈ ৰাভাই এটা ৰবৰৰ সৰু বল কিনি, তাৰ হাতত দি ফুচুলাই কান্দোন থামিলত গ'লগৈ। কিন্তু ৰাভাই তাত এমাহ কি দেৰমাহ মান নৃত্য আৰু সঙ্গীতৰ শিক্ষা দি থাকিবলগীয়া হ'ল। পিছত যেতিয়া ঘৰ আহি পালেহি, দুয়োটা শিশুকে দুহাতেৰে কোলাত ল'লে।

দুয়ো দেউতাকৰ মুখলৈ এবাৰ চাই 'ইমান দিননো বাবা কলৈ গৈছিলি আমাক এৰি থৈ' ভাৱত ফেকুঁৰি ফেকুঁৰি, দেউতাকৰ বুকুত মুখ গুজি, উচুপিবলৈ ধৰিলে। দেউতাকে মূৰে গাই হাত ফুৰাই মৰম কৰি দিয়াত, কিছুসময়ৰ পিছত উচুপনি থামিল। ৰাভাৰ ককায়েকৰ পৰিয়াল দুটা আৰু কাষতে থকা চান্দবৰ ৰাভাৰ পৰিয়ালৰ লোকে ৰাভাৰ অনুপস্থিতিত শিশু দুটিৰ তত্বাৱধান লৈ আছিল।

## ৰাভাক পুনৰ গ্ৰেপ্তাৰ

১৯৬২ চনৰ ১৭, ১৮, আৰু ১৯ নবেম্বৰৰ দিনকেটা। তেজপুৰীয়া ৰাইজৰ বাবে অত্যন্ত দুৰ্য্যোগৰ দিন আছিল বুলিয়েই ক'ব লাগিব। সেই সময়তে চীনা সৈন্য আহি ভালুকপুঙৰ ওচৰ পাইছিলহি। ১৯ নবেম্বৰৰ দিনা আমি তেজপুৰ মহকুমা পৰিষদৰ কাৰ্য্যালয়তে, আমাৰ কোঠাত কাম কৰি আছো। তেনেতে চৰকাৰৰ পৰা নিৰ্দ্দেশ আহিল যে সকলো কৰ্ম্মচাৰীকে তিনি মাহৰ অগ্ৰিম দৰ্ম্মহা দিব লাগে।

চৰকাৰৰ পৰা হুকুম অহাত, কাৰ্য্যালয়ৰ কৰ্ম্মী সকলে তত্তাতৈয়াকৈ বিল প্ৰস্তুত কৰি আনি চহীৰ বাবে দিলেহি। খৰখেদাকৈ বিলবোৰ চহী কৰি দিলো। লগে লগে ট্ৰেজেৰীত বিল পাছ হৈ গ'ল। ৪-৩০ মিনিটৰ আগতেই বেঙ্কৰ পৰা বিলৰ টকা আনি পালোহি। কোন ক'ত যাব লাগে একো ঠিক নোহোৱাৰ নিচিনা অৱস্থা। নগৰত তথ্য আৰু জনসংযোগ বিষয়াই সেই সময়ৰ উপায়ুক্তৰ নিৰ্দ্দেশক্ৰমে আধাঘণ্টাৰ ভিতৰত নগৰ এৰিব লাগে বুলি মাইক যোগে ঘোষণা কৰিলে। ৰাইজ দিহাদিহি গ'ল।

আবেলি ৫ বজাৰ লগে লগে তেজপুৰত মটৰ গাড়ী, ৰিক্সা, মানুহ একো নোহোৱা হ'ল। অথচ তাৰ মাত্ৰ দুদিন আগতে, তেজপুৰৰ নেহৰু ময়দানত অনুষ্ঠিত হোৱা বিৰাট ৰাজহুৱা সভা এখনত দুজনে চিঞৰি ভাষণ দি ৰাইজক একগোট হৈ চীনা সৈন্যৰ বিৰুদ্ধে যুঁজিবলৈ আহ্বান জনাই কৈছিল "ৰাইজ, ভয় নকৰিব। আমাৰ হাতত বন্দুক-বাৰুদ নাই, কি হ'ল; শিলগুটিবোৰতো আছে। প্ৰয়োজন হ'লে শিলগুটিৰেই চীনা সৈন্যক ওভোটাই পঠাম।" কিন্তু সেই বক্তা দুজন দুৰ্য্যোগৰ দিনা ৰাতিপুৱাই পলাই গৈ গুৱাহাটী পালেগৈ।

বিষ্ণুপ্ৰসাদ ৰাভাই শিশু দুটাক বুকুত সাৱটিলৈ ঘৰতে আছিল। তেখেত যাওঁ বুলি ক'লৈকো যাবও নোৱাৰে। টকা-পইচাৰ প্ৰশ্ন আহি পৰে।

১৯৬২ চনৰ ১৯ নবেম্বৰৰ ৰাতি এঘাৰ মান বজাত পুলিচৰ চাব-ইন্সপেক্টৰ এজন গৈ বিষ্ণু ৰাভাৰ ঘৰৰ দুৱাৰত টুকুৰিয়ালেগৈ। ইতিমধ্যে ৰাভাই শিশু দুটিক বুকুত সুমাই লৈ বিচনাত পৰিছিল। দুৱাৰ খুলি দেখে যে এজন

দাৰোগা ! দাৰোগা জনে ক'লে, "আপোনাক এতিয়াই থানালৈ মাতিছে।" ৰাভাই পাতল গেৰুৱা ৰঙৰ পাঞ্জাবীটো গাত সুমুৱাই, পায়জামাটো পিন্ধি, দুৱাৰখন বাহিৰৰপৰা জপাই থৈ, শিশু দুটিক অকলশৰে বিচনাতে এৰি থানালৈ আহিল। তেওঁ ভাবিছিল যে কিজানি কিবা সহায় কৰি দিব লাগে ! কাৰণ মানসিক চিকিৎসালয়ৰ প্ৰায় বিলাক ৰোগী, আৰু জেলৰো প্ৰায় বিলাক কয়দীকে এৰি দিয়া হৈছেই। ৰাভা গৈ থানাৰ ভিতৰ সোমোৱাত, পুলিচে তেখেতক ভাৰত প্ৰতিৰক্ষা আইন মতে গ্ৰেপ্তাৰ কৰা হ'ল বুলি কৈ হাতত হাতকেৰেয়া লগালে আৰু কৰ্কালত নাৰিকলৰ ৰছিৰে বান্ধি পেলালে। ৰাভাই কৈছিল, "মইতো একো অপৰাধ কৰা নাই, দোষ কৰা নাই, যাৰ কাৰণে মোক হাতে ভৰিয়ে বান্ধি পেলাইছে !" পুলিচে ক'লে "চৰকাৰৰ হুকুম।" ৰাভাৰ চকু চলচলীয়া হ'ল। ঘৰত কন কন শিশুদুটিক এৰিথৈ আহিছে অকলশৰে সিহঁতক কাৰোবাৰ ওচৰত চমজাই থৈ অহাও নহ'ল। পুলিচক তেখেতে অনুৰোধ কৰি বিনয়েৰে কলে, "মোৰ পত্নী ঢুকোৱা এঘাৰ মাহ মান হৈছে। ঘৰত ছবছৰীয়া আৰু তিনি বছৰীয়া শিশু দুটিক অকলে এৰি থৈ আহিছো কাকো চমজাই থৈ আহিবলৈ নহ'ল। সিহঁত দুটাই ৰাতি সাৰ পাই মোক নেদেখিলে চিঞৰি বাথৰি গছৰ পাত সৰুৱাব। মোক হাতে ভৰিয়ে বান্ধি হ'লেও, পুলিচৰ আবেষ্টনীৰ মাজতে পোন্ধৰ মিনিট সাম-সময়ৰ বাবে মোৰ ঘৰলৈ লৈ বলকচোন, শিশুদুটিক কাৰোবাৰ ওচৰত গটাই থৈ আহিম। সিহঁতক বাহিৰ ফালৰপৰা দুৱাৰত খিলি লগাই শুই থকা অৱস্থাতে এৰি থৈ আহিছোঁ।' কিন্তু তেখেতৰ অনুৰোধ ৰক্ষা কৰিব পৰা ক্ষমতা তেতিয়া কাৰো নাছিল। গতিকে হাতত হাতকেৰেয়া আৰু কৰ্কালত শকত নাৰিকলৰ ৰছিৰে বান্ধি খোজ কঢ়াই ভোমোৰ-গুৰিলৈ লৈ গ'ল। তাৰ পৰা ফেৰী জাহাজেৰে পাৰ কৰি নগাওঁ স্পেচিয়েল জেইল পোৱালেগৈ। তাত কেইদিনমান ৰখাৰ পিছত উৰিষ্যাৰ বৰহম্‌পুৰ জেললৈ স্থানান্তৰ কৰিলে।

২০ নভেম্বৰ, ১৯৬২ৰ দিনা নিচেই পুৱাতে, তেজপুৰত সেই সময়ত কাম কৰি থকা ই. এ চ. বিদ্যাধৰ সোনোৱালে বিষ্ণু ৰাভাৰ ঘৰৰ ভিতৰত দুটি আশ্ৰয়হীন শিশুৰ কৰুণ আৰ্ত্তনাদ শুনি, ওচৰতে থকা চান্দবৰ ৰাভাৰ পৰিয়ালৰ লোকক শিশুদুটিক লৈ আহিবলৈ কোৱাত, তেখেত সকলে শিশুদুটিক লৈ গ'ল আৰু বহুত দিন খুৱাই পিন্ধাই ৰাখিলে আৰু তাঙৰ জনক স্কুললৈ যোৱাৰে ব্যৱস্থা কৰি দিলে।

আঠ মাহ মানৱ পিছত, ১৯৬৩ চনৰ ২৪ আগষ্টৰ দিনা বিষ্ণুপ্ৰসাদ ৰাভাৰ গাত একো দোষ নাপাই, স সন্মানে মুক্তি দিয়াত, ৰাভাদেৱ আহি তেজপুৰ পালেহি। তেতিয়া তেওঁৰ পদূলি মূৰত জীৱন কলিতা, বিবুধ কলিতা, ফণী শৰ্ম্মা আদিয়ে তেওঁক সম্বৰ্দ্ধনা জনাইছিল।

ৰাভা ঘৰ পায়েই মৰমৰ শিশুদুটিক কোলাত তুলি লৈ, মূৰে গায়ে হাত বুলাই মৰম কৰিবলৈ ধৰিলে। কিমান দিন যে মাতৃহীন শিশু দুটিক দেখা পোৱা নাছিল। শিশুদুটিয়েও বহুত দিনৰ মূৰত দেউতাকক পাই আনন্দ-বেজাৰত ফেকুঁৰি ফেকুঁৰি, দেউতাকৰ বহল বুকুখনত মুখ গুজি নিৰাপত্তা আৰু শান্তনা বিচাৰিবলৈ ধৰিলে।

তাৰ পিছত ৰাভাদেৱে বৰ অকলশৰীয়া অনুভৱ কৰিবলৈ ধৰিলে। পুনৰ মোহিনী ৰাভালৈ চিঠি লিখিলে। মোহিনী ৰাভাৰ পৰা নেতিবাচক উত্তৰ অহাত, ৰাভা নিজে গৈ মছলপুৰ পালেগৈ। তাৰ ৰাইজ আৰু মহিলা সকলে মোহিনী ৰাভাক ইমান ভাল পাইছিল যে কোনোপধ্যেই তেওঁলোকে মোহিনীক তাৰ পৰা বিদায় দিব খোজা নাছিল। অৱশেষত ৰাভাদেৱক শ্ৰদ্ধা জনাই কোনো কোনোৱে কলে, "আৰৌ' তই আহিলি বুলিহে মোহিনীক নিবা দেছোঁ।" ১৯৬৪ চনৰ মে' মাহৰ ২৪ তাৰিখৰ পৰা ২৮ তাৰিখলৈকে কেবাখনো বিদায় সভাত বিদায় লৈ ২৯ মে', ১৯৬৪ৰ দিনা বিষ্ণুৰাভাৰ লগত মোহিনী আহি তেজপুৰ পালেহি। মোহিনী ৰাভাই সেইবাবে কলাগুৰু জনাক সেৱা কৰাৰ উদ্দেশ্যে আৰু মাতৃহীন শিশুদুটিৰ মাতৃৰ অভাৱ পূৰণ কৰাৰ মানসেৰেহে আহিছিল। তেখেতে বিষ্ণুৰাভাক গুৰু হিচাপে মানি লৈছিল। বিষ্ণুৰাভাৰ অনুপ্ৰেৰণাতে মোহিনীয়ে ভালেমান বড়ো গীতো ৰচনা কৰিছিল। যেই হওক, কলাগুৰুজনৰ এটা অভাৱ পূৰণ হ'ল আৰু মাতৃহীন শিশুদুটিয়েও মোহিনীক পাই হেৰোৱা মাককে যেন ঘূৰাই পালে। মোহিনী ৰাভা বিষ্ণু ৰাভাতকৈ বয়সত ভালেমান সৰু যদিও, বিষ্ণু ৰাভাই মোহিনীক বৰ শ্ৰদ্ধা আৰু বিশ্বাস কৰিছিল। সেই বাবেই তিনিওটা সন্তানৰে (আগৰ দুটা আৰু মোহিনীৰ এটা) দায়িত্ব মোহিনীৰ হাতত অৰ্পন কৰি মৃত্যুৰ আগে আগে শান্তি লাভ কৰাৰ কথা কৈছিল।

তাৰ পিছতে, স্বৰলিপি লিখি, বিষ্ণুপ্ৰসাদ ৰাভাৰ গীতবোৰ 'বিষ্ণু সঙ্গীত' নাম দি ৰেকৰ্ডিং কৰিবলৈ মোহিনী ৰাভাই তাগিদা দি থকাৰ ফলত আৰু মোহিনী ৰাভাই সৰ্ব্বোদয় মণ্ডলত কাম কৰোঁতে হাতত ৰাহি থকা

পইচাৰে এটা হাৰমোনিয়াম কিনি আনি দিলেহি। কেইটামান গানৰ স্বৰ লিপি কৰা হৈছিল। তেনেতে কোনোবাই সভা সমিতিত গীত পৰিবেশন কৰিবলৈ হাৰমোনিয়ামটো লৈ যোৱাৰ ফলত, হাৰমোনিয়ামটো বেয়া হ'ল। এজন ভদ্ৰলোকে হাৰমোনিয়ামটো ভাল কৰাই দিবলৈ গাত লৈ, ঘূৰাই নিদিলে, আৰু আজিলৈকে ঘূৰায়ো দিয়া নাই, দিয়াৰ আশাও নাই। বিষ্ণু ৰাভাৰ ঘৰৰ পৰা বস্তু নিবলৈ সহজ, কাৰণ, তেওঁলোকৰ কোনো আবুৰ বা আনুষ্ঠানিকতা আগতেও নাছিল, এতিয়াও নাই। যেয়ে সেয়ে আবাধে যাব পাৰে। ঘৰৰ নিচিনা বুলিয়েই তেওঁলোকে ভাবে। অকণো কৃত্ৰিমতা ক'তো চকুত নপৰে। কথাই বতৰাই, ভাৱে ভঙ্গীয়ে, পিন্ধনে-উৰণে সকলোটি বৰ সহজ আৰু সৰল, অন্তৰ খোলা, আপোন ভোলা।

১৯৬৬ চনৰ ১৬ (ষোল্ল) জুলাইৰ দিনা মোহিনীৰ এটি কন্যা সন্তান জন্ম হৈছিল। ওজন আছিল চাৰে ন পাউণ্ড। কন্যা সন্তানটি দেখিবলৈ বৰ ধুনীয়া আছিল। ৰাভাদেৱে দেখি বৰ সুখী হৈছিল আৰু মিচিক্ মাচাক্ হাঁহিছিল। কিন্তু পুনৰ নিয়তিৰ টিঘিল্ ঘিলনি। জন্মৰ ৪ দিন পিছতে ২০ জুলাইৰ দিনা কন্যা সন্তানটি ঢুকাল। ৰাভাই বৰ বেজাৰ পালে। চকুপানী টুকি টুকি, কন্যা সন্তানটিৰ মৃত দেহটো কোলাতলৈ গাঁত খান্দি পুতিলেগৈ। স্মৃতিয়ে অৱশ্যে এৰা নিদিলে। কন্যা সন্তানটিৰ স্মৃতি ৰাভাদেৱৰ মনত গভীৰ ভাৱে থাকি গ'ল, আৰু তাৰে বাহ্যিক সাক্ষ্য বহন কৰি থাকিল, মৃতদেহটি পোঁতোতে কোৰত লাগি টিকা আৰু ভৰিৰ ফালে ফাটি যোৱা পায়জামাটোৱে। সেই স্মৃতি জড়িত ফটা পায়জামাটো পিন্ধি ১৯৬৭ চনৰ ১৯ জানুৱাৰীৰ দিনা উপায়ুক্তৰ ওচৰত নিৰ্দ্দলীয় প্ৰাৰ্থী হিচাপে তেজপুৰ বিধান সভাৰ সমিষ্টিৰ উপনিৰ্ব্বাচনৰ মনোনয়ন পত্ৰ দিছিলহি। তাৰ আগলৈকে তিনি বছৰ মান সাংগঠনিক কাম কৰাৰ সুবিধাৰ্থে, ভাৰতীয় কমিউনিষ্ট পাৰ্টিত কাম কৰি আছিল। সেই ফটা পায়জামাটোকে পিন্ধি ভোট গণনালৈও আহিছিল আৰু জিকাৰ পিছত গেঞ্জী, মূৰত গামোছা আৰু ফটা পায়জামাটোৰেই শোভাযাত্ৰাতো গৈছিল।

## (৪৩) এম এল এ বিষ্ণুপ্ৰসাদ ৰাভা

ৰাভাদেৱে মনোনয়ন পত্ৰ দিলে। প্ৰাৰ্থী হ'ল চাৰিজন। বিষ্ণুপ্ৰসাদ ৰাভা, বিজয় চন্দ্ৰ শৰ্মা, নীলাম্বৰ বৰা, আৰু পূৰ্ণনাৰায়ণ সিংহ। মনোনয়ন পত্ৰ গ্ৰহণ হোৱাৰ পিছত, বন্ধুবৰ ৺উমাকান্ত নেওঁগ অধিবক্তাৰ সৈতে কাৰ্য্যালয়ৰ বিষয়া কৰ্মচাৰী সকলক তেখেতে নিৰ্দলীয় প্ৰাৰ্থী হিচাপে নিৰ্ব্বাচনত উঠাৰ খবৰটো দিবলৈ গৈছিল। আমাৰ ওচৰলৈও গ'ল। তামোল-চাদি খাই কলে ইলেক্চনত উঠিছো নিৰ্দ্দলীয় প্ৰাৰ্থী হিচাপে। খবৰটো দিলো। ভোট দিবলৈ কোৱাৰ অধিকাৰ মোৰ নাই। সেয়া আপোনালোকৰ বিচাৰ বিবেচনাৰ ওপৰত নিৰ্ভৰশীল। কাৰ্য্যালয়ৰ কৰ্ম্মীবন্ধু সকলকো কথাষাৰ কৈ যাওঁ। আমি থিয় হৈ "শুভেচ্ছা জনালো" বুলি কলো। তেখেতে তেতিয়া কৈছিল, "ৰাইজৰ মৰমেইহে মোৰ মূলধন। জেপত টকা আছে দুটাহে।

বিষ্ণুপ্ৰসাদ ৰাভাক স্কুল কলেজৰ সৰহ সংখ্যক ছাত্ৰ-ছাত্ৰীয়ে নিৰ্ব্বাচনী প্ৰচাৰ কাৰ্য্যত বিপুলভাৱে বিনা পয়চাতে সহায় কৰি দিছিল। বিষ্ণুৰাভাৰ বিশাল মন বিৰাট প্ৰতিভা, আৰু নমস্য ব্যক্তিত্বৰ প্ৰভাৱে সকলোকে মুগ্ধ কৰিছিল। কেইজনমান ছাত্ৰই ঘৰৰপৰা চাউল পাত আনি নিজে ৰান্ধি বাঢ়ি খাই, ৰাভাদৰৰ ঘৰতে থাকি পাল্লাৰ ছবি আকিছিল আৰু প্ৰচাৰ কৰিছিল। ৰাভাৰ নিৰ্ব্বাচনী প্ৰতীক আছিল পাল্লা। পোষ্টাৰ ছপাবলৈ ৰাভাৰ পয়চা নাছিল।

নিৰ্ব্বাচনত ঘূৰা পকা কৰিবলৈ তেখেতে গাড়ী এখনো পোৱা নাছিল। নিৰ্ব্বাচনলৈ কিছুদিন থাকোতে এদিন বিষ্ণুৰাভা পুৱাতে গৈ শ্ৰীনলিনী বৰুৱা আলোক শিল্পীৰ 'ফটো চাৰ্ভিচ' পালেগৈ আৰু দীঘল পাঞ্জাবী চোলাটোৰ জেপত হাত ভৰাই শ্ৰীবৰুৱাক কলে, "বৰুৱা মোৰ পকেটত চৈধ্য অনা পয়চা আছে। মোক ৰাইজে ইলেক্চনত উঠিবলৈ দিছে, মোক আপোনালোকৰ এম্বেছেদৰ খন দিবনে?" শ্ৰীনলিনী বৰুৱাই নভবা নিচিন্তাকৈ কৈ দিলে 'দিম'। ৰাভাই বৰুৱাৰ মুখলৈ অলপৰ ৰ লাগি চাই থাকি সুধিলে "সচাকৈয়ে কৈছেনে?' বৰুৱাই কলে ভাবি কোৱা কথাৰ সত্যতা কম। মই নভবাকৈয়ে গাড়ীখন দিম বুলি কৈছো যেতিয়া দিমেই। ৰাভাই তেতিয়া কলে মোৰ সোধাৰ অৰ্থ হৈছে যে মই আজি দহ দিনে বহুতো ঠাইত বিচাৰি গাড়ী এখন নেপালো। সেই

কাৰণেহে আপোনাৰ কথাও বিশ্বাস কৰিবলৈ প্ৰথমতে টান পাইছিলো। বৰুৱাই ক'লে মোক তুমি বুলি ক'ব, আপুনি বুলি কৈ লাজ নিদিব। কাইলৈ পুৱা আঠ বজাত গাড়ী আপোনাৰ ঘৰলৈ পঠাই দিম। 'নলিনী বৰুৱাই গাড়ীখন দিয়াৰ উদ্দেশ্য হৈছে, শ্ৰীবৰুৱাও শ্ৰমিক শ্ৰেণীৰ দৰে পৰিশ্ৰম কৰা এজন আলোক শিল্পী, আৰু তেখেতৰ পুৰনা গাড়ী এখনেই পুঁজিপতিও নহয়। গাড়ীখন দিয়াৰ অৰ্থ আছিল বিষ্ণুৰাভাৰ দৰে হাজাৰ জন সঁচা শিল্পীমনৰ, নিষ্পেষিত মনৰ জয়ৰ আশা।

বিষ্ণুৰাভাক গাড়ীখন দিয়াৰ অলপ সময়ৰ পিছতে শ্ৰীবৰুৱাৰ দুজন বন্ধু তেখেতৰ ফটো চাৰ্ভিচলৈ গৈ কলেগৈ, 'নলিনী, তোৰ গাড়ীখন দে।' বৰুৱাই কলে, মোৰ গাড়ী এখনহে। কেইজনক দিম? কিয় গাড়ী কাক লাগে? মইতো গাড়ী এজনক দিলো। তেওঁলোকে সুধিলে 'কাক দিলি?' বৰুৱাই জনতাৰ শিল্পীক দিয়াৰ কথা ক'লত, বন্ধু দুজনে কলে, অ ৰাভাক? পয়চা জানো পাবি? এই পাঁচশ টকা ল, আৰু দৈনিক আশী টকাকৈ পাবি।' বৰুৱাই কলে, "সকলো ক্ষেত্ৰতে টকাৰে কাম নাহয় অন্ততঃ মোৰ ক্ষেত্ৰত। মই কথা দিছো। ইয়াত পাঁচশ টকা কিয়, পঞ্চাশ হাজাৰ টকা দিলেও মই কথা ঘূৰাব নোৱাৰোঁ। তহঁতৰ পাৰ্টিৰ গাড়ীৰতো অভাব নাই। প্ৰত্যেক পুঁজিপতিয়ে গাড়ী দিব। ৰাভাই মাত্ৰ এখন গাড়ী পাইছে তাকো টকাৰে বন্ধ কৰোৱাৰ ইচ্ছা।" ৰাভাই গাড়ীখন নিয়াৰ পাঁচদিনৰ পিছত বিষ্ণুৰাভা আৰু ৰমেশ শৰ্ম্মা গৈ বৰুৱাক কলেগৈ, তোমাৰ ড্ৰাইভাৰৰ গা বেয়া। ইলেকচনৰ প্ৰপগেণ্ডাত যাব নোৱাৰে।' অন্য ড্ৰাইভাৰ বিচাৰি নেপাই নিজৰ জৰুৰী কাম বাদ দি, শ্ৰীনলিনী বৰুৱাই পাঁচদিন দৈনিক ১২ ঘণ্টাকৈ গাড়ী চলালে, লগত গৈছিল বিষ্ণুৰাভা, ফণী শৰ্মা, ৰমেশ শৰ্মা, ষডানন বৰঠাকুৰ, ডাঃ কৰুণা দত্ত, কামিনি বৰুৱা, প্ৰকেচাৰ ৰাও। তেখেত সকল গাৱেঁ গাৱে ঘূৰি ঘূৰি মুখীয়াল সকলক লগ ধৰিছিল। মাটিত বহি সকলোৱে বানবাতি গঞ্জা ৰাইজে যাচি দিয়া ৰঙা চাহ, কল আদি খাইছিল। এজন দৰীয়া বুঢ়া মানুহে ৰাভাক দেখি কৈছিল, এখেতৰ মুৰত চক্ৰ আছে। এখেত জয় হ'বই। ৰাভাৰ বক্তৃতা শুনিবলৈ গাৱঁৰ মানুহ ঢাপলি মেলিছিল। কাৰণ ৰাভাই সকলোকে আপোন কৰি লব পাৰিছিল।

পাঁচ মাইল অঞ্চলটো অবিভক্ত ভাৰতৰ ৰংপুৰ, মৈমনসিং আদি জিলাৰ পৰা অহা ইছলাম ধৰ্ম্মী লোকেৰে ভৰি আছে। তেনে অঞ্চল বিলাকত সাধাৰণতে

কংগ্ৰেছৰ বাহিৰে আনে ভোট এটাও নেপায়। তেনেকৈয়ে, বুৰাচাপৰিৰ নেপালী গো-পালক সকলৰ ভোটো কংগ্ৰেছৰ বাহিৰে কোনেও নেপায়। বিহগুৰি অঞ্চলৰ ১৫০০/২০০০ মান ভোট নীলাম্বৰ ৰৰাই পোৱাটো খাটাং। এদিন বিষ্ণু প্ৰসাদ ৰাভা ভোট বিচাৰি পাঁচ মাইললৈ গৈ, তাৰে দুজন মাতাব্বৰক লগ ধৰি কথাটো ক'লেগৈ। মাতব্বৰ দুজনে ক'লে যে তেওঁলোকে অতীতৰেপৰা কংগ্ৰেছকে ভোট দি আহিছে, আৰু তেওঁলোক খাটি কংগ্ৰেছী। গতিকে পাঁচ মাইল অঞ্চলত কংগ্ৰেছৰ বাহিৰে আনে ভোট নেপায় বুলি কৈ বিষ্ণুৰাভাক পঠিয়াই দিলে। লগতে কৈ পঠিয়ালে, ভোট বিচাৰি যেন তেওঁ আৰু পাঁচ মাইললৈ নেযায়। সেইদিনা ৰাভাদেৱ ঘূৰি আহিল। ছাত্ৰ কৰ্ম্মী সকলৰ লগত আলোচনা কৰি গম পালে যে পাঁচ মাইলত থকা বুজন পৰিমাণৰ ভোট লাভ কৰিব নোৱাৰিলে জিকাটো টান হ'ব। পিছদিনা ৰাভাদেৱ আকৌ গৈ পাঁচমাইল পাই, মাতব্বৰ দুজনক কংগ্ৰেছৰ নিৰ্ব্বাচনী কাৰ্য্যালয়ৰ ওচৰতে লগ ধৰিলেগৈ। মাতব্বৰ দুজনে খং আৰু বিৰক্তি প্ৰকাশ কৰি কলে, "কালিয়েই আপোনাক দুনাই ইয়ালৈ আহি-বলৈ মানা কৰি পাঠিয়াইছো নহয়। আজি আপুনি আকৌ ভোট বিচাৰি কিয় আহিছে? আপুনি ইয়াত এটা ভোটো নেপায়। যাওক গৈ।" তেতিয়া ৰভাদেৱে সহজ সৰল হাঁহিটো মাৰি ক'লে, "এৰা! আপোনালোকে আহিবলৈ মানা কৰা স্বত্বেও মই আজি আকৌ আহিলো। কিন্তু আজি মই ভোট বিচাৰি অহা নাই। কালি কথা এটা ক'বলৈ পাহৰি গ'লো। ময়ো ইলেক্‌চনত নিৰ্দ্দলীয় প্ৰাৰ্থী হিচাপে উঠিছো জানিছেই নিশ্চয়।" মাতাব্বৰ দুজনে ক'লে, "হঁা জানা আছে।" তেতিয়া ৰাভাদেৱে পুণৰ ক'লে, "আপোনালোক বয়সত মোতকৈ ডাঙৰ, মোৰ সম্মানীয়। গতিকে আপোনলোকৰ আশীৰ্ব্বাদ বিচাৰিহে আজি মই পুণৰ আহিছো। মোক আশীৰ্ব্বাদ কৰক।" মাতাব্বৰ দুজনে ইজনে সিজনৰ মুখলৈ চোৱা চুই কৰি অলপ আঁতৰি গৈ কিবা কথা পাতি আহি ৰাভাক কলেহি, "আচ্ছা, চাৰ! এটা কাম কৰিব। আমি কংগ্ৰেছ নিৰ্ব্বাচনী অফিচতে থাকিম আৰু আপুনি আমাৰ ডেকাবোৰক লগ ধৰি পাৰে যদি চেষ্টা কৰি চাওক। আমি আপোনাৰ সপক্ষেও নকওঁ, বিপক্ষেও নকওঁ। আমাৰ ভোট দুটা কিন্তু আমি কংগ্ৰেছকেই দিম, বেয়া নাপাব চাৰ।" পৰিস্থিতি সলনি হ'ল। ডেকাচামেতো ৰাভাক খুবেই ভাল পায়। কোনোবাই গীত ৰচি হাটে বজাৰে গাঁৱে ভুঞে গাবলৈ ধৰিলে, "যা কৰে আল্লাই, ভোট দিমু পাল্লাই।" ঘৰৰ বেৰত গছত, তেনে ধৰণৰ শ্ল'গান লিখি পোষ্টোৰো মাৰিলে। ফলত সেই অঞ্চলৰ

অধিকাংশ ভোট বিষ্ণু ৰাভাই পালে। সেই কথাখিনি দুজন মাতব্বৰৰ এজনে আমাৰ আগত পিছত কৈছিল, কাৰণ, কাৰ্য্যালয়ৰ কাম সংক্ৰান্তত তেওঁ আমাৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল।

বুৰা চাপৰি আঞ্চলত ৰাভাই ভোট পালে মাত্ৰ দুটা আৰু কংগ্ৰেছ প্ৰাৰ্থী বিজয় চন্দ্ৰ শৰ্ম্মাই পালে পাঁচশৰো অধিক।

ভোট গ্ৰহণ সমাপ্ত হৈ যোৱাৰ এদিন পিছত ভোট গণনা আৰম্ভ হ'ল। দহোটা মান বাকচৰ ভোট গণনা কৰিবলৈহে তেতিয়া বাকী আছিল। সময় আবেলি দুইমান বাজিল। ইতিমধ্যে কংগ্ৰেছ প্ৰাৰ্থী বিজয় চন্দ্ৰ শৰ্ম্মাই ছয় হাজাৰ মান ভোটত অগ্ৰগতি লাভ কৰি আছিল, সেই অৱস্থাৰ পৰিপ্ৰেক্ষিতত, বিষ্ণুৰাভা, মোহনী ৰাভা আৰু গুণগ্ৰাহী দুই এজন, নলিনী বৰুৱা আদি ঘৰাঘৰি গৈ দুঃখ আৰু বেজাৰত বিচনাত পৰিল গৈ। কিন্তু পিছৰ ১০/১২টা মান ভোটৰ বাকচৰ প্ৰায়বোৰ ভোট বিষ্ণুৰাভাই পোৱাত, বিষ্ণু ৰাভাই বিজয় চন্দ্ৰ শৰ্ম্মাতকৈ ২৭৫টা ভোট বেছিকৈ পাই প্ৰথম হ'ল। ৰিটাৰ্ণিং অফিচাৰে বিষ্ণুপ্ৰসাদ ৰাভা সবাধিক ভোট পাই তেজপুৰ বিধান সভা সমষ্টিৰ পৰা নিৰ্বাচিত হ'ল বুলি ঘোষণা কৰিলে আৰু প্ৰমাণ পত্ৰও দিলে। তাৰ আগতেই, ৰাভা জিকাৰ গম পাই সিজিত শইকীয়া, ভাৰত লোহাৰ, ফণী শৰ্মা আদিয়ে নলিনী বৰুৱাৰ এম্বেছেদৰথন লৈ গৈ বিষ্ণুৰাভাৰ ঘৰ পালেগৈ আৰু বিষ্ণুৰাভাক শোচাগাৰৰ পৰা উলিয়াই দাঙি আনি মটৰত বহুৱালেহি। লগতে মোহিনী ৰাভাকো মটৰত উঠালে। তাৰ পিছত এখন ট্ৰাকত উঠাই ফটা পায়জামা গেঞ্জী আৰু মূৰত এখন গামোচা মাৰি বিষ্ণুৰাভাক লৈ প্ৰায় তিনি মাইল দীঘল শোভাযাত্ৰা বাহিৰ হ'ল।

শোষণহীন সুখী সমাজ এখন গঠন কৰাৰ বাবেই ৰাভা এম এল এ হৈছিল। নিয়তিয়ে অকালতে লৈ নোযোৱা হলে অসমীয়াই তেওঁৰ পৰা বহুত আশা কৰিব পাৰিলেহেঁতেন। অসমীয়া জাতিৰ মাজত সংহতি ৰক্ষাৰ্থে তেওঁ ১৯৬৮ চনত কোক্ৰাঝাৰ সমষ্টিৰ পৰা সংসদী প্ৰাৰ্থী হিচাপে কমিউনিষ্ট পাৰ্টিৰ ফালৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰিছিল যদিও, পৰাজিত হৈছিল। কাৰণ, ৰাভাৰ ধনৰ জোৰ নাছিল আৰু আভুৱাভৰা চলাহী কথা কৈ মানুহক ভুলাব নেজানিছিল।

## সৰু সৰু কথাৰ বৰ বৰ তাৎপৰ্য্য

১) ৰাভাদেৱৰ খঙো কম নাছিল। কলিকতাৰ ৰাজস্থান হোটেলত ১৯৩৯ চন মানত নৃত্যশিল্পী গজেন বৰুৱাৰ সৈতে একেলগে তিনিমাহ আছিল। তাণ্ডৱ নৃত্যৰ বিষয়ে গজেন বৰুৱাই কিবা তৰ্ক কৰাত ৰাভাৰ খং উঠি আলনাৰ পৰা চোলা এটা খাপ মাৰি আনি ফালি পেলালে। উল্লেখযোগ্য যে সেই সময়ত ৰাভাই শিৱ হৈ তপস্যা কৰি আছিল। কিন্তু তৰ্ক কৰাৰ বাবে তপস্যাৰত ৰাভা-শিৱই গজেন বৰুৱাৰ চোলাটোকে খঙতে ফালিলে। গজেন বৰুৱাৰো চোলা আছিল দুটাহে। সেইটো মোৰ চোলা ককাইদেউ কিয়নো ফালিলে বুলি কোৱাত আন এটা চোলা টান মাৰি আনি ফালিব খোজোতেই গজেন বৰুৱাই ককাইদেউ' সেইটোও মোৰে চোলা। সেইটো ফালিলে মই শুদা গাৰেই ফুৰিব লাগিব। মোক ক্ষমা কৰক ককাইদেউ বুলি শিৱৰূপী ৰাভাক ভৰিত ধৰাত, ৰাভাই চোলাটো আলনালৈ দলিয়াই দি গজেন বৰুৱাক বুকুত সাবটি লৈ মৰম কৰি দিছিল।

(২) ১৯৫৯ চনত বহাগ বিহুৰ বিহু মেলালৈ বামবেছেৰীয়াৰ ৰাইজে বিষ্ণুপ্ৰসাদ ৰাভাদেৱক নিমন্ত্ৰণ জনাইছিল। নিৰ্দিষ্ট সময়ত ৰাভাদেৱ গৈ পালেগৈ। তেখেতক আদৰি নিবলৈ খোল-তাল বজাই গায়ন-বায়ন আগবাঢ়ি আহিল। খোলৰ ছেও ভুলকৈ বজোৱাত বায়নৰ হাতৰ পৰা খোলটো লৈ ৰাভাদেৱে শুদ্ধ ছেও বজাই বজাই, খোল বজাই আদৰিবলৈ অহা গায়ন-বায়নতকৈ আগবাঢ়ে। তেওঁলোককহে ৰাভাই আদৰি নিয়াদি লৈ গ'ল। সেই মেলালৈ ৰাভা গৈছিল বিশিষ্ট অতিথি হিচাপে।

সভা আৰম্ভ হ'ল। ৰাইজে পিয়লা পিৰিতে (কাপপ্লেট) ৰাভাক চাহ খাবলৈ দিলে। তাকে দেখি মাটিত থৈলা পাৰি লেপেতা কাঢ়ি বহি কলপাতত ভাত খাই ভাল পোৱা ৰাভাই ক'লে চাকি এটা জলাই থ'লে চাকিটোৰ ওচৰতে চাৰিও ফালে বৃত্ত এটাৰ দৰে ঠাই অকনমান আন্ধাৰ হৈ থাকে। তেনেকৈয়ে নগৰৰ চৌপাশে নগৰৰ গাতে লাগি থকা গাঁওবোৰ নগৰো নহয়, গাৱোঁ নহয়। দুয়োটাৰে সংমিশ্ৰনত গঢ়ি উঠা এটা কিম্ভুত-কিমাকাৰ বস্তু দূৰৰ গাঁওবোৰ অসমীয়া সংস্কৃতিৰ নিজস্ব সংস্কৃতিৰে ৰঙীয়াল। তাৰ তাৎপৰ্য্য এয়ে যে আজি তেজপুৰ নগৰৰ গাতে লাগি থাকা বামবেছেৰীয়া গাঁওত মোক পিয়লাত চাহ দিছে। গাঁওত হোৱা হলে হাতী খুজীয়া বাটিতহে দিলেহেঁতেন।

(৩) বিষ্ণুপ্ৰসাদ ৰাভাই হাতী খুজীয়া বাটিত চাহপানী আৰু অসমীয়া জা-জলপান, পিঠাপনা খাই বৰ ভাল পাইছিল। গাঁওত ভাত খাওতে মাটিত থৈলা পাৰি লেপেতা কাঢ়ি বহি কলপাতত ভাত খাই বৰ তৃপ্তি পাইছিল।

(৪) ১৯৬৮ চনৰ জানুৱাৰী মাহৰ ২৫, ২৭ আৰু ২৮ তাৰিখে তেজপুৰৰ নেহৰু ময়দানত অসম সাহিত্য সভাৰ ৩৫ তম অধিবেশন অনুষ্ঠিত হৈছিল। কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা সাংস্কৃতিক সম্মিলনৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ আছিল। শোনিতকুমাৰ গজেন বৰুৱাই অৰুণাচলৰ পৰা আবৰ ভাই ভনীৰ শিল্পীৰ দল এটা লৈ অভ্যৰ্থনা সমিতিৰ আমন্ত্ৰণক্ৰমে আহিছিল। সাংস্কৃতিক সম্মিলনৰ কাৰ্য্যসূচী যুগুওঁতা সকলে কাৰ্য্যসূচীখন ইমান দীঘলীয়া কৰিলে যে, শেষত আবৰ ভাই-ভনীহঁতক অংশ গ্ৰহণ কৰিবলৈ দিবলৈ সময়ে নথকা হলগৈ। সেইকথা গম পাই ৰাভাদেৱ গৰজি উঠিল আৰু ক'লে "যদিহে এই আবৰ ভাই-ভনী সকলক এনেভাৱে বঞ্চিত কৰা হয়, তেনেহলে অভ্যৰ্থনা সমিতিৰ পৰা মই এতিয়াই পদত্যাগ কৰিম আৰু নিজে তাণ্ডৱ নাচিম।" গতিকে আবৰ ভাই-ভনীহঁতক গীত নৃত্য পৰিৱেশন কৰিবলৈ নিদিয়াকৈ থাকিব পৰা সাধ্য কাৰ?

(৫) এবাৰ পলাশবাৰীৰ সাংস্কৃতিক সভা এখনলৈ ৰাভাক নিমন্ত্ৰণ কৰি, অহা-যোৱা খৰচৰ বাব্‌দ পঁচিশ টকা পঠাই দিছিল। ৰাভা গৈ গুৱাহাটী পাই তাতে বাৰ টকা খৰচ কৰি ধুতি এখন কিনি পিন্ধি ল'লে আৰু ঘৰৰ পৰা পিন্ধিযোৱা মলিয়ন পায়জামাটো থৈলাৰ মোনোটোত ভৰাই লৈ পলাশবাৰী পালেগৈ।

## ৰাভাৰ ঘনিষ্ঠ সহযোগী শ্ৰীকমল চন্দ্ৰ বৰুৱা বায়নৰ দৃষ্টিত কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা

কেইজনমান শুভাকাঙ্খীয়ে বহু যত্ন কৰি চৰকাৰৰ পৰা ঋণ লোৱাই ঘৰটিৰ ব্যৱস্থা কৰি দিলে। ৰাভাদেৱে কৈছিল, "মোৰ হ'লে টকা ধাৰলৈ লোৱাৰ মুঠেই ইচ্ছা নাই।" কাষতে থকা নেপালী পৰিয়াল এটিয়ে ভাৰাত থকা খেৰী জুপুৰী এটালৈ আঙুলিয়াই ক'লে, "সেই জুপুৰীটোৱেই ভাল। সেয়া স্বৰ্গপুৰী। এতিয়া ধাৰৰ টকা খিনিতো মায়েই পৰিশোধ কৰিব লাগিব। ক'ত পাম ইমান টকা? কোনো বিষয়তে চৰকাৰৰ মুখাপেক্ষী হোৱাৰ মোৰ ইচ্ছা নাই। কাৰণ মই হেনো তেওঁলোকৰ চিৰ শত্ৰু।"

"১৯৬৬ চনৰ ডিচেম্বৰ মাহৰ কোনোবা এদিন সন্ধ্যা সময়ত মোক ৰাভাদেৱৰ ঘৰ-বাৰী নিলামৰ জাননী এখন দেখুৱাই ৰাভাদেৱে কৈছিল, "কমল, এয়া চা, মোৰ ঘৰ মাটি নিলামত দিছে। আমি ঘৰ এৰি দিম। সেই নেপালী যোৱা থকা কোঠাটোতে থাকিম। এইটো যে হ'ব মই আগতেই জানো। সুদে মূলে অতবোৰ টকা ক'ৰ পৰা দিওঁ?" মই কলো" "আপুনি কাইলৈকে শ্বিলঙলৈ যাওক আৰু মুখ্যমন্ত্ৰী চলিহা দেৱৰ ওচৰত নিলাম স্থগিত ৰাখিবৰ কাৰণে এখন দৰখাস্ত দিয়কগৈ। ৰাভাদেৱে খং কৰি উঠিল আৰু ক'লে, "হ'ব নোৱাৰে। মই ইহঁতৰ ওচৰত প্ৰাৰ্থনা নজনাওঁহক টকা দিবই লাগিব।" বহুতো কোৱাৰ পিছত তেখেতে ক'লে. "দে বাৰু, কাগজ এখন লিখি দে।" মই এখন নিবেদন লিখি দি পিছদিনা পুৱাই শ্বিলঙলৈ যোৱাৰ বাবে আগ ভাগ ল'লোহি। ৰাভাদেৱ শ্বিলঙলৈ বুলি গৈছিল যদিও, পিছত গম পালোঁ যে তেখেতক গুৱাহাটীৰ পৰাই সৰুপেটাৰ কোনোবা সাংস্কৃতিক অনুষ্ঠান এটা মুকলি কৰিবলৈ লৈ গ'ল। তাৰ পিছত, ঘৰ মাটি নিলামৰ দিনটো আছিল ১৯৬৬ চনৰে—ডিচেম্বৰ মাহৰ ২৮ তাৰিখ। ২৭ তাৰিখে উপায়ুক্তৰ কাৰ্য্যালয়ত গম পালো যে নিলাম স্থগিত ৰখা হৈছে। এসপ্তাহমানৰ পিছত বিষ্ণুপ্ৰসাদ ৰাভা আহি, বাছৰ পৰা নামি ৰিক্সা এখনত উঠি বাহিৰে বাহিৰে তৰুণী সঙ্ঘৰ কাৰ্যালয়ৰ ওচৰতে ৰিক্সাখন ৰখাই মোক মাতি সুধিলে,"ঘৰটো কোনে ডাকি ললে কমল? কোনোবা মাৰোৱাৰীয়ে ল'লে নেকি?" মই একো নকৈ সেই সময়ৰ —উপায়ুক্ত শ্ৰীঅনিল কুমাৰ চৌধুৰীক লগ ধৰিবলৈ কলো। তেখেত গৈ উপায়ুক্তক লগ ধৰিলে। উপায়ুক্তই নিলাম স্থগিত ৰখাৰ কথা কোৱাত,

ৰাভাদেৱ হাঁহি হাঁহি ওলাই আহি মোক ক'লেহি, "চৰকাৰৰ এই ফেৰানো কি অনুগ্ৰহ হৈছে কবই নোৱাৰোঁ, কিন্তু ধাৰটো আছেই। এনেস্থলত নিলাম স্থগিত ৰখাৰ কোনো যুক্তি নাই। যি চৰকাৰৰ ওচৰত মই সদায়েই শত্ৰুৱেই হৈ আছোঁ তেনেস্থলত সেই চৰকাৰৰ ওচৰত কোনো আবেদন নিবেদন কৰাৰ মই পক্ষপাতি নহয়।"

১৯৬৭ চনৰ নিৰ্বাচন আহিল। তেজপুৰ বিধান সভা সমষ্টিৰ পৰা প্ৰাৰ্থী হিচাপে উঠোতে ক'লে, "পয়চাতো নায়েই।" মই কলো, "তেনেহ'লে কেনেকৈনো উঠিব!" "ৰাভাদেৱে ক'লে, "টকা পয়চা নেলাগে বুজিছ কমল। ৰাইজেই মোৰ হিয়াৰ এফাল, কলিজাৰ আমঠু, নিশ্চয় মৰম কৰিব। ৰাইজৰ মৰমেই মোৰ পশুপাত অস্ত্ৰ।" নিৰ্ব্বাচনৰ প্ৰচাৰ অভিযানলৈ যাওঁতে গাঁওৰ চাৰি আলি তিনি আলিৰ চ'কত ৰাইজে যেতিয়া বেৰিকুৰি ধৰি ৰাভাদেৱক "আপোনাৰ প্ৰতিদ্বন্দ্বী সকলৰ সম্পৰ্কে আপোনাৰ কি মতামত, অলপ কওকচোন। "বিষ্ণুৰাভাই কৈছিল, "তেওঁলোকৰ সম্পৰ্কে ক'বলৈ বিশেষ একো নাই। তেওঁলোক মোৰ ভ্ৰাতৃপ্ৰতিম্ তেওঁলোকেও মোক বৰ ভাল পায়।" সেই কথাষাৰকে প্ৰত্যেক ঠাইতে নিজৰ প্ৰতিদ্বন্দীৰ বিষয়ে কোৱাত, ৰাইজে ৰাভাৰ নিচিনা প্ৰাৰ্থী লগেই পোৱা নাই বুলি মন্তব্য কৰিছিল আৰু ৰাভাদেৱৰ বহল দৃষ্টি ভঙ্গী আৰু বিশাল মনোভাৱক ভূয়সী প্ৰশংসা কৰিছিল।"

"গুৱাহাটী উচ্চ ন্যায়ালয়ৰ অধিবক্তা শ্ৰীদিলিপ ডেকাৰ সৈতে নিৰ্ব্বাচনৰ খৰচ সম্পৰ্কে চৰকাৰৰ ওচৰত হিচাপ দাখিল কৰাৰ বিষয়ে এদিন আলোচনা কৰি থাকোঁতেই মই ৰাভাদেৱৰ ঘৰ পালোগৈ। মোক দেখি ভিতৰ ফালৰ পৰা উঠি আহি মোক ক'লে, "মোৰ কিবা ডাঙৰ বেমাৰ এটা হৈছে। আচলটোৱেই নেকি? কিবা খালেই হিকটি আহে আৰু বমি হয়। মোৰ চমন আহিলেই বুজিছ কমল।" মই একো নকৈ নবৌ মোহিনী ৰাভাক ক লো, "দাদাক ডাক্তৰক দেখুৱাওকচোন।" নবৌৱে ক'লে, "দেখুৱাবৰ কাৰণে খুব যত্ন কৰিছোঁ জানা। কিন্তু ডাক্তাৰৰ নামেই নুশুনে। তুমি জোৰ কৰাচোন।"

বেমাৰ সম্পৰ্কে ৰাভাদেৱে নিশ্চিন্ত হৈ পৰিছিল যে তেখেত দুৰাৰোগ্য ৰোগত আক্ৰান্ত হৈছে। গতিকে জীৱনৰ সকলো কাম আওকান কৰি নিজকে যেন সকলো ফালৰ পৰা আঁতৰাই ৰাখিবলৈ যত্ন কৰিছিল, এনে লাগিছিল। মৃত্যুৰ দুদিন আগতে তেজপুৰৰ চৰকাৰী অসামৰিক চিকিৎসালয়ত মই দেখা কৰিবলৈ যাওঁতে, মোক অকলশৰীয়াকৈ মাতি নি কৈছিল, "লৰাকেটা আৰু নবৌৱেৰাক

চাবি।" কি যে মৰ্মান্তিক দৃশ্য মই সহ্য কৰিব পৰা নাছিলো আৰু মোৰ দুয়োচকুৰেদি চকুলো বৈ আহিছিল। শোকে খুন্দা মাৰি ধৰাত মই একো কথা ক'ব পৰা নাছিলোঁ।।

"ৰাভাদেৱৰ অত্যন্ত মূল্যবান মাটি সম্পত্তি অকণমান গৰৈমাৰীত আছিল। সেই মাটি খিনি প্ৰতিৰক্ষা বিভাগে অধিগ্ৰহণ কৰি ল'লে, আৰু মূল্য নিৰ্দ্ধাৰণ কৰিলে বিঘাই প্ৰতি দুহেজাৰ টকাকৈ। সেই মূল্য অত্যন্ত কম হোৱাত আমি নবৌ মোহিনী ৰাভাক ক'লো। তেতিয়া তেখেতে তেজপুৰৰ জিলা ন্যায়াধীশৰ ওচৰত আবেদন কৰিলে। মাননীয় ন্যায়াধীশ মহোদয়ে বিচাৰ কৰি বিঘাই প্ৰতি সাত হেজাৰ পাঁচশ টকাকৈ নিৰ্দ্ধাৰণ কৰি দিলে। আৰু সেইমতে টকা পাব লাগে বুলি ৰায়দান কৰিলে। কিন্তু সেই টকা এতিয়ালৈকে ৰাভাদেৱৰ পৰিয়ালে পোৱা নাই। স্থানীয় প্ৰশাসনে মাননীয় উচ্চন্যায়ালয়ত আপীল কৰাত আজি দহ বছৰ ধৰি আপীল নিষ্পত্তি নোহোৱা বাবে পাবলগীয়া টকা কেটাও পোৱা নাই।"

"বিষ্ণু ৰাভা এজন যে ব্যক্তিহে আছিল, এনে নহয়। তেখেত আছিল এটা চলন্ত অনুষ্ঠান যি অনুষ্ঠান ৰাইজৰ মৰমৰ অনুষ্ঠান। সংগ্ৰামী শিল্পী গুৰু ৰাভাই দৰিদ্ৰ, নিষ্পেষিত জনগণৰ কাৰণেই নিজকে বিলাই দিছিল। মই তেখেতৰ লগত বহুত দিন থাকি, একেলগে ফুৰি, এটা অভিজ্ঞতা লাভ কৰিলোঁ, এয়ে যে এজন পূৰ্ণমানৱ হ'বৰ কাৰণে যিখিনি গুণ গৰিমাৰ প্ৰয়োজন, সেইবোৰ বিষ্ণু প্ৰসাদ ৰাভাৰ কোনো গুণে কম নাছিল।"

(স্বাঃ) শ্ৰীকমল চন্দ্ৰ বৰুৱা বায়ন,
অধ্যক্ষ,
তেজপুৰ সঙ্গীত বিদ্যালয়।

## ৰাভাদেৱৰ চিকিৎসালয়ত ভৰ্ত্তিকৰণ

বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ আহাৰ খাওঁতে ডিঙিত, আৰু কেতিয়াবা বুকুত লাগি ধৰাটো ১৯৬৮ চনৰ আগষ্ট মানৰপৰাই আৰম্ভ হৈছিল যদিও, সেইটো সাধাৰণ কথা বুলি ভাবি আছিল। ১৯৬৮ চনৰ শেহৰফালে খাওঁতে এদিন বেছি কষ্ট পোৱাত, ডাক্তৰক দেখুৱালে। গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ সেই সময়ৰ অধ্যক্ষ ডাঃ সুৰেন্দ্ৰ নাথ শৰ্মায়ো পৰীক্ষা কৰি চালে। শেষত তেখেতৰ পৰামৰ্শ মতে, ৰাভাদেৱক ১৯৬৮ চনৰ ৮ ডিচেম্বৰৰ দিনা বোম্বেৰ টাটা কেন্সাৰ ইনষ্টিটিউটলৈ নি ভৰ্ত্তি কৰালেগৈ। সেই সময়ৰ মুখ্যমন্ত্ৰী ৺বিমলা প্ৰসাদ চলিহাই আৰ্থিকভাৱেও সহায় কৰিলে। তাত চিকিৎসা কৰাৰ পিছত ঘূৰি আহি তেজপুৰ পালেহি।

অসুখীয়া অৱস্থাত মানুহৰ মনলৈ নানা ভাব আহে। বিষ্ণু ৰাভাৰো আহিছিল, নিশ্চয়। কোনোবা সময়ৰ মন বেয়া লাগোতে গীত ৰচনা কৰিছিল, কৰুণ সুৰৰ:

"মেলানি বেলাৰ বিদায় ৰাগণ
যেতিয়া আহিব চাপি
উঠিবনে প্ৰিয়ে তেতিয়া এবাৰ
হৃদয় তোমাৰ কঁপি?
বিদায় ক্ষণত থাকিলে নীৰৱ
পাবা একোটি আভাস,
সেই আভাসেই মোৰ হৃদয়ৰ
শেষ মিনতিৰ শ্বাস।
গধূলি বেলিকা দেৱনাম লিখা
যেতিয়া মেলিবা পুথি,
সন্ধিয়া আৰতি জ্বালি দীপ বন্তি
গাবা নাম মালা গাঁথি।
দেৱনাম পাহৰি মোৰ নাম সুঁৱৰি
ল'বানে এবাৰ জপি?

ৰাভাদেৱ গুৱাহাটী মেডিকেল কলেজ হস্পিটেলত থাকোঁতে মোহিনী ৰাভাৰ তাগিদাত, ৰাভাদেৱে যিগৰাকী মানুহৰ লগত এঘাৰ বছৰ বাস কৰিছিল, তেখেতক মতোৱাই পঠোৱাত আহি চাই গৈছিলহি। তেখেত এতিয়াও জীৱিত আৰু গুৱাহাটীৰ ওচৰতে থাকে।

অমৰ প্ৰেমেৰে ভাল পোৱা গৰাকীক উদ্দেশ্য কৰি গীত লিখিছিল :

নিখিলৰ অসীম কোলাত
যদি হয় এই দেহা পাত
শ্মশানৰ নাশন-চিতাত
মহাকাল কৰাল কুপাত।

আহিবানে মোৰ হিয়া ফুল
জীৱন কৰি আমোল্ মোল্
তুলিবানে বিৰহৰ ৰোল
জ্বলি দীপ প্ৰণয় উজ্জ্বল
প্ৰেমৰ শিখাৰে নিৰ্‌মল
ভৰি দুই কোমলকোমল
নয়নত লোৰে ছল্ ছল্
মোৰ মইদামৰ কোলাত ॥

দূৰৰিৰ টোপাল নিয়ঁৰ
পৰিলে সুৰুযৰ পোহৰ
ইন্দ্ৰধনু সম মনোহৰ
গঢ়িব সৌধ জীৱনৰ ॥

মুকুতাৰ বুকুৰ স্মৃতিৰ
বিৰিঙাৰ হৃদয় মণিৰ
অতীতৰ প্ৰেম ধেমালিৰ
আজি হায়! স্তূপ সমাধিৰ
প্ৰেম দীপ্ত সীমা হীনতাত
যদিও সি মৰণ কালত ॥

বিষ্ণুপ্ৰসাদ ৰাভা আশাবাদী আছিল যদিও, যেতিয়া গম পালে যে তেখেত কেন্সাৰ বেমাৰত আক্ৰান্ত হ'ল, তেতিয়া কৈছিল, "ৰাইজে মোৰ আৰোগ্যৰ বাবে আশীৰ্ব্বাদ দিছে। ডাক্তৰেও কৈছে, ভয় নকৰিব, ভাল হ'ব। হে'ৰ! কেন্সাৰ আৰু ক'ৰবাত ভাল হয় নে? মোৰ আগত আকৌ সেইবোৰ ফাক্ ফুক্ কিহৰ?"

শেক্সপীয়ৰে কৈছিল, "জীৱনত যিবোৰ কাম কৰি যোৱা হয়, সেই কামবোৰ সুচাৰুৰূপে কৰাটোৱেই সেই কামবোৰ কৰাৰ পুৰস্কাৰ।' গতিকে, ৰাভাদেৱে আজীৱন দৰিদ্ৰতাৰ লগত বন্ধুত্ব স্থাপন কৰি, জনসাধাৰণৰ মুক্তিৰ হকে যিবোৰ কাম কৰি থৈ গ'ল, সেই কামবোৰেই তেখেতৰ পুৰস্কাৰ!

# ৰাভাদেৱৰ অন্তিম ৰাজহুৱা ভাষণ

দুৰাৰোগ্য ৰোগত আক্ৰান্ত হৈ ৰাভাদেৱ আগৰ দৰে ওলাই ফুৰা চকা কৰিব নোৱাৰা হ'ল। ঘৰৰ ভিতৰতে বহি শুই থাকিবলৈ বাধ্য হ'ল। তেজপুৰ সাহিত্য সভা ভৱনৰ আধাৰ শিলা স্থাপন কৰিছিল ১৯৬৯ চনৰ ২৬ জানুৱাৰীৰ দিনা। সেই অনুষ্ঠানলৈ ৰাভাদেৱক মুখ্য অতিথি হিচাপে নিমন্ত্ৰণ জনাইছিল। কিন্তু অসুখ হৈ থকাৰ বাবে নিজে পাঠ কৰিব নোৱাৰিলে। সেই সময়ৰ তেজপুৰত কাম কৰি থকা জিলা তথ্য আৰু জনসংযোগ বিষয়া তিলক চন্দ্ৰ কাকতিয়ে ৰাভাদেৱৰ হৈ ভাষণটি পাঠ কৰি দিলে। সেইদিনাই ৰাজহুৱা অনুষ্ঠানত যোগদান কৰা ৰাভাদেৱৰ জীৱনত শেষ দিন। ভাষণৰ পূৰ্ণ পাঠ তলত দিয়া হ'ল :

"সভাপতি ডাঙৰীয়া, সাহিত্যানুৰাগী মণিবীবৃন্দ আৰু সাহিত্যামোদী ৰাইজ, আজি এই শুভক্ষণৰ শুভলগ্নত তিমিৰাচ্ছন্ন তমসাৰ জালি ফালি আগন্তুক উষাৰ পৰশত নিৰুদ্ধ সাহিত্য আভাৰ অনিৰুদ্ধ ৰূপৰ বিকাশৰ সম্ভাৱনা শোনিতপুৰ তেজপুৰৰ গহনতম্ কন্দৰ গভীৰতম্ পূতঃ স্থানত আধাৰ শিলা স্থাপনা ৰূপ যি পবিত্ৰ আয়োজন চলিছে, সেই আয়োজনৰ প্ৰথম প্ৰয়াস সাফল্য মণ্ডিত হওক।

এই আধাৰশিলাক কেন্দ্ৰ কৰি যি ভৱিষ্যত তেজপুৰ সাহিত্য সভাৰ আশাৰ ৰংঘৰ, আকাঙ্খাৰ কাৰেংঘৰ, আৰু কামনা বাসনাৰ তলাতল ঘৰ ৰচিত আৰু নিৰ্ম্মিত হ'ব, সেই ৰংঘৰ, কাৰেংঘৰ আৰু তলাতল ঘৰ ভৱিষ্যত সাহিত্যসেৱী সকলৰ প্ৰেৰণাৰ প্ৰতীক হৈ চিৰ উজ্জ্বলিত আৰু উদ্ভাসিত হওক।

অসমীয়া কৃষ্টি, সংস্কৃতি আৰু সাহিত্য ব্ৰহ্মপুত্ৰৰ দৰে বিশাল আৰু বিৰাট। সৰু সৰু জুৰি নিজৰি উপনৈৰ সমন্বিত শকতিৰ দ্বাৰা যেনেকৈ ব্ৰহ্মপুত্ৰই তাৰ বিশালতা আৰু বিৰাটতা লাভ কৰিছে, ঠিক তেনেকৈ অসমৰ বহু জাতি, উপজাতি আৰু জনজাতিৰ কৃষ্টি, সংস্কৃতি আৰু সাহিত্যৰ সমন্বিত শকতিৰ দ্বাৰা অসমীয়া কৃষ্টি সংস্কৃতি আৰু সাহিত্যাই বিশালতা আৰু বিৰাটতা লাভ কৰিছে। কোনো প্ৰতিক্ৰিয়াশীল শক্তিয়ে যেনেকৈ ব্ৰহ্মপুত্ৰক ভেটিব নোৱাৰে, তেনেকৈ কোনো চক্ৰান্তকাৰী ষড়যন্ত্ৰকাৰীয়ে অসমীয়া কৃষ্টি, সংস্কৃতি, সাহিত্যৰ সৰ্ব্বনাশ সাধন কৰিব নোৱাৰে।

যদি কোনোবাই ভেটা দিয়ে, হেঙাৰ দিয়ে ব্ৰহ্মপুত্ৰই সেই ভেটা ভাঙি মহাসাগৰৰ ফালে ঢাল খাবই। ঠিক তেনেকৈ সকলো চক্ৰান্ত, ষড়যন্ত্ৰ মাষমুৰ কৰি অসমীয়া কৃষ্টি, সংস্কৃতিৰ বৈচিত্ৰ ঐক্যৰ প্ৰবল সমন্বিত শক্তিও মহামানৱতাৰ ফালে ঢাল খাবই।

সহিত+ষত্য তদ্ধিত প্ৰয়োগত সাহিত্য শব্দ সিদ্ধ হৈছে, যাৰ অৰ্থই হ'ল বৈচিত্ৰৰ মাজেৰে ঐক্য স্থাপন কৰা। এই সাহিত্য মানৱ সমাজ জীৱনৰ কেৱল প্ৰতিকৃতিয়েই নহয়, সু-সাহিত্য হৈছে মানৱ সমাজ জীৱনৰ প্ৰাণ স্বৰূপ চিৰন্তনী শান্তিৰ প্ৰতীক স্বৰূপ আনন্দ ৰূপং যদ্বিভাতি সচ্চিদানন্দ স্বৰূপ। সেয়েই সত্যম্, শিৱম্, সুন্দৰম্; বিজ্ঞান-জ্ঞান প্ৰজ্ঞান।

সু-সাহিত্য চলন্ত, প্ৰগতিশীল কালৰ ৰথৰ চকাৰ দৰে চিৰন্তন, অপ্ৰগতিশীল।

আজিৰ আধাৰ শিলাৰ গৰ্ভৰপৰা জনম্ লভা তেজপুৰৰ এই সাহিত্যৰ কাৰেং ঘৰেই হ'ব অসমৰ প্ৰাক্ সাহিত্যিক সকলৰ আত্মা, বৰ্ত্তমান যুগৰ সাম্প্ৰতিক সাহিত্যিক অনুপ্ৰেৰণাৰ জীৱন্ত আদৰ্শ।

আজিৰ এই শুভক্ষণৰ এনে পবিত্ৰ উৎসৱ সাফল্য মণ্ডিত। এনে এটা শুভ-মুহূৰ্ত্তত এই অধমে-অকন সুবিধা লভি ৰাইজক এষাৰ জনাবলৈ খোজোঁ।

মানুহে মোক শিল্পী বুলি কয়। যদি মই শিল্পী হওঁ, বিধাতাৰ আশীৰ্ব্বাদত মই শিল্পী হোৱা নাই, ৰাইজৰ আশীৰ্ব্বাদতহে মই শিল্পী হৈছো। ৰাইজৰ হিয়া কোঁহৰপৰা এটুপি এটুপি সুন্দৰৰ ৰহ্ বুটলি আনি মই মোৰ মন কোঁহত ভৰাই লওঁ। সেই মনকোঁহকে ৰহঘৰা মউ কোঁহ ৰচি তাৰ পৰা টোপাল টোপাল ৰহ নিঙাৰি নিঙাৰি, নিগৰি নিগৰি উলিয়াই ৰাইজক বিলাই দিওঁ। সেয়েহে ৰাইজৰ লগত মোৰ জীৱনৰ সম্পৰ্ক ওতঃপ্ৰোতভাৱে জড়িত আৰু সেই কাৰণে ৰাইজৰ দুখত মই সমদুখী, ব্যথাত সমব্যথী।

আজি মই দুৰাৰোগ্যক্ৰান্ত, অথচ মোৰ ৰাইজৰূপী গণদেৱতা মোৰ আৰোগ্যৰ কাৰণে দৃঢ় প্ৰতিজ্ঞ। সেয়েহে মোৰ দৃঢ় বিশ্বাস, মোৰ আৰোগ্য অৱশ্যম্ভাৱী, আৰু বিশ্বাস আজিৰ আধাৰ শিলাৰপৰা জনম লভা তেজপুৰ সাহিত্য-সভাৰ কাৰেংঘৰ অদূৰ ভৱিষ্যতে মোৰ নয়ন গোচৰ হ'ব। এয়ে মোৰ কামনা।

বিষ্ণুপ্ৰসাদ ৰাভা
গণতন্ত্ৰ দিবস
১৯৬৯

# কমিউনিষ্ট পার্টিৰ ৰূপালী জয়ন্তীলৈ ৰাভাৰ শেষ বাণী

১৯৬৯ চনৰ ১৫ মে'ৰ দিনা ৰোগ শয্যাৰপৰা ভাৰতৰ কমিউনিষ্ট পার্টিৰ অসম ৰাজ্যিক-শাখাৰ ৰূপালী জয়ন্তী উপলক্ষে দিয়া বাণীত বিষ্ণুপ্ৰসাদ ৰাভাদেৱে লিখিছিল :

"ৰাইজৰ অসীম বল। সীমাহীন শকতি। এই জোৰাল কথাষাৰকে বুজা নাছিলো। ভাবিছিলো, চহৰৰ, নগৰৰ, ভেমপুৰীয়া সকলেই দেশৰ, সমাজৰ আৰু ৰাইজৰ নেতা। দৰাচলতে অসমৰ সীমামূৰীয়া ঠাইত যেতিয়া দ্বিতীয় মহাসমৰৰ কামান গৰজি উঠিল, সোমাৰৰ সামান্ত অঞ্চলত জাপানৰ জাকে জাকে উৰা জাহাজ আহি ডেউকা মেলি আকাশ ছানি পেলালে আৰু সীমা ভূমিত জয়াল জাপানী বোমাৰ বিস্ফোৰণ হ'ল, তেতিয়া মোৰ মনত কৌটিকলীয়া অসমৰ লাখ লাখ বছৰীয়া সংস্কৃতি আৰু সভ্যতা জানোচা জাপানী আগ্নেয়াস্ত্ৰৰ দাবানলত দহি পুৰি ছাই হৈ যায় এই চিন্তাই মোৰ হিয়া খুলি খুলি খাইছিল।

অসমীয়া কৃষ্টি, সংস্কৃতি আৰু সভ্যতাৰ সঁচাকৈ যি সকল ধাৰক আৰু বাহক আছে সেই সকলৰ পৰা যদি মই অসমীয়া সংস্কৃতি আৰু সভ্যতাৰ কিছু ধৰি ৰাখিব পাৰোঁ তেন্তে মোৰ টোপোলাটো হয়তো অসমীয়া ৰাইজৰ কাৰণে কিছু সমল থাকিব পাৰে আৰু ধ্বংসৰ মাজতো অসমীয়া কৃষ্টি সংস্কৃতি বাচিব পাৰে এনে বলিষ্ঠ সংকল্প প্ৰাণত লৈয়ে অসমীয়া ৰাইজৰ মাজত জপিয়াই পৰোঁ।

ৰাইজেই গণদেৱতা। এই গণদেৱতাৰ অতীত হিয়াত কিমান দয়া, কিমান কৃপা! অথচ সেই প্ৰাণৰো প্ৰাণ কিমান অজেয়! এই ৰাইজৰ হিয়া কোঁহৰ পৰা কৃষ্টি অমৃতৰ সুৰৰ টোপালবোৰ বুটলি আনি মই মোৰ নিজৰ মন কোঁহত ভৰাই লওঁ। সেই মন কোঁহতে ৰহঘৰা, মৌচাক সাজি তাৰ পৰা নিজৰি নিজৰি ওলোৱা ৰসৰ টোপালবোৰ বিলাই দিবলৈ ধৰোঁ।

যি সকল অসমীয়াৰ প্ৰাণস্বৰূপ, যি সকল অসমীয়া সংস্কৃতিৰ ধাৰক আৰু বাহক সেই সকল হালোৱা হজুৱা তল মজলীয়া ৰাইজ ক্লিষ্ট শোষিত, দলিত, নিষ্পেষিত আৰু নিপীড়িত। এই ৰাইজৰ দুখত সমদুখী হৈ ৰাইজৰ হিয়াৰ মৰম চেনেহৰ অঠাই সাগৰৰ পানীত নাদুৰি সাঁতুৰি উমলি ফুৰিছিলোঁ।

১৯৪৫ চনৰপৰা ৰাইজৰ মাজত জপিয়াই পৰি বহু সভা-সমিতিৰ যোগে ৰাইজৰ প্ৰতি মোৰ কৃতজ্ঞতা যাঁচিছিলো। তেতিয়াৰপৰাই ভাৰতৰ বিপ্লৱী সাম্যবাদী দলৰ লগত সংশ্লিষ্ট থাকি মাৰ্ক্সীয় দৰ্শন, মাৰ্ক্সীয় অৰ্থনীতি, দ্বন্দ্ববাদৰ

লগত পৰিচিত হৈ আৰু লেলিনবাদৰ সম্যক জ্ঞানৰ উপলব্ধিৰ আশাত, প্ৰকৃত কমিউনিষ্ট হোৱাৰ আশাত ৰাইজৰ হিয়াৰ আমঠু, ৰাইজৰ প্ৰাণৰ লগৰী আৰু ৰাইজৰ লগত একেলগে মিলিজুলি ৰাইজক মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি উদ্বুদ্ধ কৰাৰ কাৰণে নিজৰ সকলো শক্তি নিয়োগ কৰোঁ।

১৯৪৬ চনৰ শেষৰ ফালে প্ৰসিদ্ধ বোলছবি-ছিৰাজৰ পৰিচালনাৰ একাংশত অসমৰ বাহিৰত ব্যস্ত থকাত সেই কাম প্ৰায় দহমাহ পিছত সমাধা কৰি স্বাধীনতাৰ পিচত অসমলৈ আহি দলীয় ৰাজনীতিত ব্যস্ত থাকি সভাই সমিতিয়ে ঘূৰি ফুৰোঁতে কংগ্ৰেছ চৰকাৰৰ শেনচকুত পৰি অজ্ঞাত বাসৰ 'বিৰাট পৰ্ব্ব'ৰ· বিৰাট সাধনাত অংশ গ্ৰহণ কৰিছিলোঁ। সেই বিৰাট সাধনাত জনসাধাৰণৰ মাজত থাকি জন সাধাৰণৰ সেৱাত থাকোতেই ধৰা পৰি এবছৰ কাৰাবাস খাটি ওলাই আহি কিছুদিনৰ পিছত সেই বিৰাট সাধনাৰ স্বাভাৱিক পথেৰে মোক লৈ আহে ভাৰতৰ কমিউনিষ্ট পাৰ্টিলৈ বিশ্বজুৰি মহামানৱৰ মুক্তিৰ যি অভিযান—সেই অভিযানৰ অংশভাগী হ'বলৈ। সেই কথা ১৯৫৫ চনৰ। তেতিয়াৰপৰা বিশ্ব ভ্ৰাতৃত্বৰ শ্ৰমিক কৃষক, সৃষ্টিকাৰী জনতাৰ শান্তি, প্ৰগতি আৰু নতুন সমাজ সাধনাৰ মোৰ ক্ষুদ্ৰ শক্তিৰে দুখকাৰী জনসাধাৰণৰ পাৰ্টি কমিউনিষ্ট পাৰ্টি সভাৰূপে ৰাইজৰ সেৱা কৰি আহিছো। ১৯৬২ চনত চীনা আক্ৰমনৰ আশঙ্কাত তেজপুৰবাসী যেতিয়া সন্ত্ৰস্ত হৈ পৰিছিল, দেশৰক্ষা আৰু ৰাইজৰ সাক্ষ্য অনুসৰি অভয় দিয়াৰ চেষ্টা কৰাৰ দোষতে মাতৃহীন দুটি শিশুক বুকুতলৈ শুই থকাৰ পৰা কংগ্ৰেছ চৰকাৰৰ পুলিচে তেজপুৰৰ পৰা গুৱাহাটীলৈ পঘাৰে বান্ধি সাতমাহ সুদূৰ উৰিষ্যাত কাৰাৰুদ্ধ ৰাখি ৰাইজৰ সেৱাৰপৰা বঞ্চিত কৰিবলৈ বিচাৰিছিল। কিন্তু বিচলিত হোৱা নাছিলো। পাইছিলোঁ নতুন বল।

আজি মই ৰোগ শয্যাত। মোৰ অসীম প্ৰেৰণা যোগোৱা পাৰ্টি আৰু জনসাধাৰণৰপৰা মই আঁতৰত থাকিবলগীয়া হৈছে। তথাপিও মোৰ মন ৰাইজৰ মাজত। যি আদৰ্শ সাধনাত জীৱনৰ সকলো সামৰ্থ্য আগবঢ়াইছিলোঁ,—সেই আদৰ্শৰ পাৰ্টিৰ অসমত ৰূপালী জয়ন্তী উপলক্ষে ৰোগশয্যাৰ পৰাই অভিনন্দন জনাইছোঁ।

## এয়ে মোৰ শেষ গান

১৯৬৯ চনৰ জানুৱাৰীৰপৰা বিষ্ণুপ্ৰসাদ ৰাভা দুৰাৰোগাক্ৰান্তৰ হেতু ঘৰতে জিৰনি লৈ আছিল। মাজে সময়ে ডাক্তৰৰ হতুৱাই পৰীক্ষা কৰোৱাই চোৱাই-চিতাই লয়। ইতিমধ্যে শৰীৰ একেবাৰে ভাগি পৰিল। ১৯৬৯ চনৰ মে' মাহৰ শেষ সপ্তাহত কাৰোবাৰ বিয়া নিমন্ত্ৰণী চিঠি এখনৰ পিছফালে লিখি থৈ যোৱা গীতটোৱেই তেখেতৰ জীৱনৰ শেষ গীত :

"এয়ে মোৰ শেষ গান,
মোৰ জীৱন-নাটৰ শেষ ৰাগিনী
কল্যাণ-থৰ্‌মান্‌ ॥

পাতনিতে গালোঁ ধেমালি-নান্দী
ভঙ্গী সূত্ৰধাৰ।
হাহি বিননিৰে ভাও দিলো নানা
বোৱালো অশ্ৰুধাৰ ॥

নৱ নৱ ৰসে বালোঁ ভাও-নাও
আশাৰ-নিৰাশাৰ।
আজি হ'ব মোৰ জীৱন নাটৰ
ভাওনাৰ অৱসান ॥

নীল আকাশত পুৰঁতি তৰা
টিমিকি টিমিকি জ্বলে।
সিও যাব ডুবি একে নিশাহতে
বেলিৰ পোহৰ পালে ॥

ঠগীৰ লগৰে বন্তিৰ শিখা
হুমো-হুমোক'ই নাচে।
থৰ্‌মান তালৰ কল্যাণ ৰাগৰ
ছেৱে অপৰূপ ঠাচে ॥"

দোষে গুণে হ'ল ভাওনাৰ শেষ
পুৱঁতি ভৰাও মুমে ।
বাহঁৰ আগেদি উষাৰ বেলিয়ে
ৰঙা মুখ তুলি জুমে ॥
নিশাৰ লগৰী বিদায় ৰাগিনী
বাইজৰ পদ-চুমে ॥
আজি হ'ল মোৰ জীৱন-নাটৰ
ভাওনাৰ অৱসান ॥"

## 'ভাওনাৰ অৱসান'

বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ অৱস্থা ক্ৰমাৎ বেয়াৰ ফালেহে ঢাল খাবলৈ ধৰিলে। ড° ৰবীন গোস্বামীয়ে চালেহি। ১৯৬৯ চনৰ ৬ জুনৰ দিনা ৰাভাদেৱক তেজপুৰ চিভিল হস্পিটেলত ভৰ্ত্তি কৰালে। ডাক্তৰৰ চিকিৎসা চলিল। চেলাইন দিবলৈ ধৰিলে। ৬ জুনৰপৰা প্ৰতিদিন মোহিনী ৰাভা হস্পিটেললৈ যায়। লগত লৈ যায় ডেৰ বছৰীয়া 'মেন্‌লা বাবা' ( অনিন্দ্য সুন্দৰ ৰাভা ) ক। 'মেন্‌লা বড়ো শব্দ অৰ্থ হৈছে 'নাক চপেটা' মেন্‌লা বাবাই দুপাহ গোলাপ ফুল লৈ গৈ নিতৌ দেউতাকক দিয়েগৈ আৰু ধূপ-কাঠি-জ্বলাই দিছিলগৈ, মোহিনী ৰাভা ৰোগী বিষ্ণু ৰাভাৰ কাষত থকাও কোনোবা কোনোবাই আপত্তি কৰিছিল এই বুলি যে চিকিৎসাত বাধা পৰিছে।' তেতিয়া বিষ্ণু ৰাভাই কৈছিল, "এতিয়ানো কি চিকিৎসা কৰা হৈছে, আৰু কিনো বাকী আছে ?"

চাওঁতে চাওঁতে ১৮ জুন পালেগৈ। সেইৰাতি মোহিনী ৰাভাই এটা সপোন দেখিলে। কাছাৰত মিলিটেৰীয়ে বিষ্ণু ৰাভাক গ্ৰেপ্তাৰ কৰিবলৈ খেদি ফুৰিছে আৰু বিষ্ণু ৰাভা গৈ কাছাৰী পাই, কাছাৰীতে হাৰ্ট ফেইল কৰিছে। সপোনটোৰ কথা মোহিনী ৰাভাই বিষ্ণু ৰাভাক ক'লে ১৯ নবেম্বৰৰ দিনা পুৱাবেলাতে, সেই সময়ত বিষ্ণুপ্ৰসাদ ৰাভাৰ শ্বাস স্বাভাৱিক হোৱা দেখি মোহিনী ৰাভাই ভাবিছিল যে সপোনৰ ফলাফল ভালেই হ'ব। ইতিমধ্যে, ১৯ জুনৰ দিনা আবেলি 'মেন্‌লা বাবাই' এপাহ গোলাপ ফুলহে লৈ গ'ল। ৰাভাদেৱে মোহিনী ৰাভাক ক'লে, "সি দেৱশিশু। সি জানে যে কাইলৈৰপৰা তুমি অকলশৰীয়া হ'বা। সেই কাৰণে সি আজি এপাহ গোলাপ ফুলহে আনিলে। সি গোলাপ ফুলৰ দৰেই সুগন্ধি কহিনুৰ হ'ব আৰু এশ পঞ্চাশ বছৰ দীৰ্ঘজীৱি হ'ব।" তাৰ পিছত ধূপ জ্বলাই দিলে। তেখেতৰ দুয়োখন হাতত চেলাইন দিয়া আছিল আৰু তিনিবাৰ ওঁম কৈ সোঁফালে মুখ ঘূৰাই কণ্ঠৰুদ্ধ হ'ল পিছত আৰু মুৰ পোন নহ'ল। ১৯ জুনৰ দিনা দুপৰীয়া ধৰণীধৰ চৌধুৰী, ভদ্ৰেশ্বৰ হাজৰিকা, কমল বৰুৱা, বদন লহকৰ, জীৱন কলিতা, ষডানন বৰঠাকুৰ আৰু তেজপুৰৰ গণ্যমান্য বহুতো ৰাভাদেৱৰ খবৰ লবলৈ হস্পিটেললৈ গৈছিল। তেতিয়া ৰাভাদেৱে কৈছিল, "কাইলৈ মৃত্যু দিবস পাতিব পাৰিবা। ৰাইজে স্ফুৰ্ত্তি কৰক।" ১৯ জুনৰ দিনা আবেলি ৫ বজাৰপৰা ৰাভাদেৱৰ কণ্ঠস্বৰ ৰুদ্ধ হৈ আহিল। ডাক্তৰে দুহাতে দুটা চেলাইন দিলে আৰু অক্সিজেন প্ৰয়োগ কৰিলে। এগৰাকী নাৰ্চে দুখন বগা

কাপোৰ আনি ৰাখিলেহি। মোহিনী ৰাভা শোৱা নাছিল কাৰণে নাৰ্চ গৰাকীয়ে তেখেতক বিচনা এখনতে শুবলৈ ক'লত মোহিনী ৰাভা বিচনাত পৰিল যদিও, নিশা ১ বজাৰ পৰা গাটো হেনো খুব জ্বলিবলৈ ধৰিলে। তেতিয়া তেখেত উঠি গৈ চায়গৈ যে ৰাভাদেৱৰ হাত-ভৰি-চেঁচা। তেখেতে 'ডাক্তৰ ডাক্তাৰ' বুলি চিঞৰাত, ডঃ কামাখ্যা চক্ৰৱৰ্ত্তী, ডঃ প্ৰভাত শইকীয়া আদি গৈ চালেগৈ আৰু ভৰি হাতত মিঠাতেল মালিচ কৰি দিবলৈ কৈ চেলাইন খুলি দিলে আৰু অক্সিজেনো এৰুৱাই দিলে। তেতিয়া মোহিনী ৰাভাই এফালে মালিচ কৰিব ধৰিলে এফালে চেঁচা হয়, তেনেকুৱা অৱস্থা হ'ল। তাৰ পিছত তিনিবাৰ দীঘলীয়াকৈ উশাহ টানি নিশ্চল হৈ পৰিল। ৰাতি ২-২০ মিনিটত উপস্থিত থকা ৰাইজে গীতা পাঠ কৰিলে আৰু হৰি নাম ল'লে। মোহিনী ৰাভাই কি হ'ল কি হ'ল বুলি ৰাভাদেৱৰ নিৰ্ব্বাক-নিস্পন্দ দেহাটো জোকাৰি দিব খোজোঁতে, ৰাভাদেৱৰ—বায়েক মনমোহিনী মেচে কলে, "মোহিনী, তাক শান্তিৰে শুবলৈ দিয়া! এতিয়া নজগাবা!" আচলতে বায়েকে বুজি পাইছিল। কেৱল বুজা নাছিল মোহিনীয়ে।

বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ ২০ জুনৰ ৰাতি ২ বাজি ২০ মিনিট যোৱাত, জীৱন নাটৰ ভাওনাৰ অৱসান ঘটিল কল্যাণ থৰমান ৰাগত। এগৰাকী নাৰ্চে নতুন বগা কাপোৰেৰে কলা গুৰুৰ দেহাটি ঢাকি দিলেহি। বায়েক মনমোহিনী মেচে চকুলো টুকিলে। মোহিনী ৰাভাই চকুৰে অন্ধকাৰ দেখিলে, বাৰ বছৰীয়া পৃথ্বিৰাজ, প্ৰায় ৯ বছৰীয়া হেমৰাজ আৰু ডেৰ বছৰীয়া অনিন্দ্যসুন্দৰ পিতৃহাৰা হ'ল। তেজপুৰৰ ৰাইজ শোকত ম্ৰিয়মান হ'ল। অন্ত্যেষ্টি ক্ৰিয়া সমাপন কৰাৰ পিছত, আদ্য শ্ৰাদ্ধ ঘৰতে পাতিলে। ৰাজহুৱাভাৱেও শোক সভা পতা হ'ল। সৰ্ব্বহাৰা জনতাই হেৰুৱালে মৰমৰ আবৌক, বুকুৰ--বান্ধৈক, হিয়াৰ আমঠুক, জনতাৰ শিল্পী, বিপ্লৱী, সংগ্ৰামী, কলাগুৰু, ভাৰতৰ শ্ৰেষ্ঠ কলাবিদ জনক। ভাৰতবৰ্ষই হেৰুৱালে সমন্বয় সেতুবন্ধা সব্যসাচী জনক, আৰু বিশ্বই হেৰুৱালে সাম্যবাদী শান্তি আৰু প্ৰগতিবাদী দৰিদ্ৰ জনসাধাৰণৰ সংগ্ৰামী শক্তি, অসমৰ সমন্বয়ৰ প্ৰতীক কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাক।

বিষ্ণুপ্ৰসাদ ৰাভাৰ নশ্বৰ দেহা আমাৰ মাজত নাই যদিও, তেওঁ চিৰজাগ্ৰত হৈ আছে। কাৰণ পোহৰৰ মৃত্যু নাই। ৰাভাদেৱো অসমৰ পোহৰ জ্যোতি গতিকে মৃত্যুঞ্জয়ী।

## সহায়িকা গ্ৰন্থ তালিকা

(১) হাঁহি-কান্দোনৰ মেলা'—কমল নাৰায়ণ চৌধুৰী
(২) বিষ্ণু ৰাভা, এতিয়া কিমান ৰাতি—১৯৭৭ তিলক দাস
(৩) কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা—শ্ৰীগোকুল চন্দ্ৰ ডেকা, তেজপুৰ
(৪) বৰ্ত্তমান গণ আন্দোলন আৰু ছাত্ৰ সন্থা—সম্পাদক—প্ৰধান লহকৰ (বিষ্ণুপ্ৰসাদ ৰাভা সংখ্যা জুন ১৯৮১)
৫) ফেৰেংগাদাও- -শ্ৰী মেদিনী চৌধুৰী
(৬) সোণপাহি—বিষ্ণু প্ৰসাদ ৰাভা
৭) প্ৰতিবাদ (আলোচনী) ২য় বছৰ ১ম, ২য় সংখ্যা।
(৮) নতুন পৃথিৱী (আলোচনী) ১০ম বছৰ ৪ৰ্থ সংখ্যা।
(৯) আহ্বান, ২য় বছৰ, একাদশ সংখ্যা
(১ ) প্ৰবাহ—প্ৰথম বছৰ,—৪ৰ্থ সংখ্যা।
(১১) প্ৰতিবাদ (আলোচনী)– ১ম বছৰ, ৪ৰ্থ সংখ্যা।
(১২) মামীৰ হাৰ গল্প)—বিষ্ণুপ্ৰসাদ ৰাভা।
(১৩) গতি (আলোচনী) ভূপেন হাজৰিকা সম্পাদিত—২য় বছৰ শীত সংখ্যা, ১৯৫৯ চন।
(১৪) শোনিত প্ৰভা (আলোচনী)—১ম বছৰ, ১ম সংখ্যা ১৯৬৯ চন।
(১৫) শোনিত প্ৰভা (আলোচনী)—২য় বছৰ ১ম সংখ্যা ১৯৭০-৭১ চন।
(১৬) শাৰদীয় লোকায়ত – ১৩৮৮—সম্পাদক হোমেন বৰগোহাঞি।
(১৭) ৰং-বিৰং-নটসূৰ্য্য ফণী শৰ্মা।
(১৮) উষা—দ্বিতীয় প্ৰবেশ, জেঠ মাহ—১৮৬০ শকাব্দ।
(১৯) বাঁহী—২৮শ বছৰ নবম সংখ্যা।
(২০) বাঁহী—২৮শ বছৰ বিশেষ সংখ্যা।
(২১ উষা – তৃতীয় প্ৰবেশ—আহাৰ—মাহ, ১৮৬৩শক।
(২২) ৰূপান্তৰ- (আলোচনী), সম্পাদক গোকুল পাঠক।
(২৩) অসম বাণী—২৭শ বছৰ—সংখ্যা ৪০।
(২৪) 'চয়নিকা'—৩য় সংকলন, এপ্ৰিল ১৯৮২